●

ককাদেউ শ্ৰীযুত ভূধৰ শৰ্মাফুকন

আৰু আই শ্ৰীমতী পদ্মেশ্বৰী দেৱীফুকননীৰ স্মৃতিত

নাতি জোৱাঁইৰ সশ্ৰদ্ধ তৰ্পণ

●



# নিয়ৰৰ দৰে টোপাটোপে

ইতিহাস আশ্ৰিত উপন্যাস

সুৰেন্দ্ৰকুমাৰ শৰ্মা



বিস্ময় প্ৰকাশন । হেৰোৰেংপুৰ । গুৱাহাটী-৭৮১০০৩

**NIYARAR DARE TOPATOPE** : *An Assamese Novel based on Assam history, written by Surendra Kumar Sharma and published by Sashi Phukan and Mohini Baruah on behalf of BISMOI PRAKASHAN, Hedayetpur, Guwahati-3 Price— Library edition Rs. 40·00 only. Popular edition Rs. 20·00 only.*

॥ নিয়ৰৰ দৰে টোপাটোপে ॥
॥ সুৰেন্দ্ৰকুমাৰ শৰ্মাৰ উপন্যাস ॥
॥ প্ৰকাশক : শশী ফুকন, মোহিনী বৰুৱা ॥
॥ বিস্ময় প্ৰকাশন, গুৱাহাটী-৩ ॥

॥ প্ৰথম প্ৰকাশ : জুলাই, ১৯৮৬ ॥
॥ মুদ্ৰণ : বিস্ময় প্ৰিণ্টাৰ্চ, গুৱাহাটী-৩ ॥
॥ প্ৰচ্ছদপট : বেণু মিশ্ৰ ॥
॥ পুথিভঁৰাল সংস্কৰণৰ মূল্য : ৪০·০০ টকা ॥
॥ জনপ্ৰিয় সংস্কৰণৰ মূল্য : ২০·০০ টকা ॥



## যৎকিঞ্চিৎ



এই উপন্যাসখন লিখাৰ বাবে বিভিন্ন তথ্য-পাতিৰে সহায় কৰা বাবে লিখক এইসকল ব্যক্তিৰ ওচৰত কৃতজ্ঞ—কামাখ্যাধামৰ হৰিদেৱ শৰ্মা, কোকৰাঝাৰৰ পৃথ্বিৰাজ নাৰ্জাৰি, ভাৰতীয় ষ্টেট বেংকৰ গুৱাহাটী প্ৰধান কাৰ্যালয়ৰ নিৰ্মলচন্দ্ৰ ব্ৰহ্ম, নবীন কছাৰী, অৰবিন্দ বড়ো, মোহিতচন্দ্ৰ ব্ৰহ্ম আৰু বিজয়চন্দ্ৰ বড়ো।

সোণৰ অসম, সাতসৰী অসম বুৰঞ্জী, কছাৰী বুৰঞ্জী, অসম বুৰঞ্জী সাৰ (মূল কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰন্‌জি পুথি'), তুংখুংগীয়া বুৰঞ্জী (মূল— শ্ৰীনাথ দুৱৰা বৰবৰুৱা সংকলিত 'শ্ৰীশ্ৰীতুংখুংগীয়া ৮ৰ বংশাৱলী'), অসমৰ পদ্য-বুৰঞ্জী (মূল— দুতিৰাম হাজৰিকা বিৰচিত 'কলি-ভাৰত বুৰঞ্জী'), ধৰ্মেশ্বৰ ভূঞা আৰু মনপুৰ দত্তভূঞা ৰচিত 'বাৰেভূঞাৰ বুৰঞ্জী', তথা শদিয়াৰ বুৰঞ্জীবোৰৰ তথ্য-পাতি লোৱাৰ উপৰিও এইসকল গ্ৰন্থকাৰৰ ওচৰত লিখক ঋণী— ডঃ বাণীকান্ত কাকতি (পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা), বিকাশচন্দ্ৰ গোহাঁই (Human Sacrifice and Head Hunting in

North Eastern India)। গোবিন্দ চন্দ্ৰ ভাগৱতী (শ্ৰীশ্ৰী ৺ চণ্ডীতত্ত্ব), ডঃ সূৰ্যকুমাৰ ভূঞা (Studies in the History of Assam), ভবেন নাৰ্জি (বড়ো'-কছাৰীৰ গীত-মাত), শাসনবংশ ভিক্ষু (সদ্ধৰ্ম শিক্ষা), আৰু ডঃ ডি. ডি. কৌশাম্বী (ভাৰতৰ ইতিহাস)।

বেটুপাতৰ বাবে প্ৰখ্যাত শিল্পী বেণু মিশ্ৰৰ শলাগ নল'লে মোক কৃতঘ্নতাৰ দোষে ছুব। কামাখ্যা ধামৰ পণ্ডিত হৰিদেৱ শৰ্মাৰ সতে যোগাযোগ কৰাই দি মোক তথ্য সংগ্ৰহত সহায় কৰা বাবে প্ৰতাপ বৰদলৈকো শলাগ ল'লোঁ।

শেষত 'নিয়ৰৰ দৰে টোপাটোপে'ক কিতাপৰ ৰূপত প্ৰকাশ কৰিবলৈকে পৰিবৰ্ধিত কৰাৰ বাবে মোক সদায়েই খুচি থকা বাদল চক্ৰবৰ্তী, মানিক বড়া, শশী ফুকন, মোহিনী বৰুৱা, নগেন ভট্টাচাৰ্য, কবিবন্ধু জ্ঞান পূজাৰী আৰু বিশেষকৈ একেটা বিষয়কে অহৰহ পেৰি থকা মোৰ পত্নী মল্লিকা শৰ্মাৰ আগ্ৰহক শ্ৰদ্ধা তথা আনন্দৰে স্মৰি ৰিছোঁ।

গুৱাহাটী
৮/৫/৮৬ সুৰেন্দ্ৰকুমাৰ শৰ্মা



উপন্যাসখন ইতিহাস আশ্ৰিত যদিও সম্পূৰ্ণৰূপে উপন্যাসভিত্তিক নহয়। ৰাজকুমাৰী চন্দ্ৰাইতৰখন কছাৰী ৰাজ্য যদিও মহামণিফা বা দুৰ্লভনাৰায়ণ অথবা গোবিন্দচন্দ্ৰৰ কছাৰী ৰাজ্য নহয় সেইখন। অলপ চিন্তা কৰিলেই পাঠকসকলে ৰাজকুমাৰী চন্দ্ৰাইতৰ ৰাজ্যৰ অৱস্থান উলিয়াব পাৰিব। কিংবদন্তি আৰু কিছু পৰিমাণে ঐতিহাসিক তথ্যৰ ওপৰত ৰচিত ঘটনাৱালিৰ সতে বুৰঞ্জীৰ চন-তাৰিখ মিলোৱাৰ চেষ্টা নকৰাই ভাল। —লিখক

কলডিলীয়া খোপাত গেজেং ফুলপাহ গুজি ৰাজকুমাৰী চম্ফাই কলপাতখিলাত ৰংদৈ নামৰ লিগিৰীজনীয়ে অতি যতনেৰে উলিওৱা কেতেকী ফুলৰ ৰেণুবোৰলৈ এবাৰ চাই পঠিয়ালে। সোঁহাতৰ তৰ্জনী আৰু বুঢা আঙুলিৰে টিপা মাৰি তেওঁ কলাপাতৰপৰা অলপ ৰেণু তুলি বাঁওহাতৰ তলুৱাত থ'লে। তেওঁ এবাৰ বাঁওহাতখন নাকৰ কিছু ওচৰলৈ আনি গোন্ধটো পৰীক্ষা কৰি দুয়ো হাতৰ তলুৱাৰে কেতেকী ফুলৰ ৰেণুখিনি আলফুলকৈ মোহাৰি ধীৰে ধীৰে তেজাল গালত হাতদুখন ঘঁহিব ধৰিলে। কেতেকী ফুলৰ গোন্ধেৰে গোটেই কোঠাটো মলমলাই গ'ল। এইবাৰ তেওঁ আঙুলিৰ মূৰেৰে ৰেণুবোৰ সমগ্ৰ মুখমণ্ডলতে ঘঁহিলে।

কাঁহৰ দাপোণত ৰাজকুমাৰীয়ে নিজৰ মুখমণ্ডল কিছুসময় তন্ন তন্নকৈ পৰীক্ষা কৰিলে। তেওঁৰ নাতিপ্ৰশস্ত কপাল, বেঁকা ধেনু চেলাউৰি, কৈৰাতীয় কিন্তু আকৰ্ষণীয় উজ্জ্বল ক'লা চকু, মালি মাছৰ দৰে গাল, কিছুপৰিমাণে চাপৰ অথচ ধুনীয়া নাক, ৰঙা সুগঠিত অধৰযুগল, হাঁহকণিৰ ওপৰফালৰ নিচিনা থুঁতৰি তথা শংখগ্ৰীৱাৰ ওপৰেদি ৰাজকুমাৰীৰ চঁপাকলি হেন আঙুলিৰ মূৰবোৰ আলফুলকৈ পিছলি গ'ল। দাপোণত অণ্ডাকৃতিৰ কিন্তু কিছুপৰিমাণে বহল লনি

মুখমণ্ডললৈ চাই চাই ৰাজকুমাৰী চম্পা যেন নিজেই নিজৰ ৰূপত ভোল গ'ল।

: কুঁৱৰী, এয়া খেৰু!

ৰংদৈ লিগিৰীৰ মাতত ৰাজকুমাৰীৰ তন্ময়তা ভাগিল। তেওঁ ৰংদৈয়ে ধৰি থকা ৰূপৰ বঁটাখনৰপৰা জাংফাই কেৰুযোৰ এপাট এপাটকৈ লৈ কাণত পিন্ধিলে।

জয়ন্তীয়া ৰজা আৰু কছাৰী ৰজাৰ মাজত আৰুবেলি চুচুঁ-ৰীয়াকৈ ৰণ লাগিছিল। পিছত দুয়ো ৰজাৰ মাজত সন্ধি হয়। বাখৰ পতোৱা কেৰুযোৰ, হীৰাৰ সাতসৰি এধাৰ, নাকত পিন্ধা হীৰাৰ নাকফুল এটা আৰু সোণৰ বলয় এযোৰ জয়ন্তীয়া ৰজাই আন আন বস্তুৰ সতে প্ৰীতিৰ চিনস্বৰূপে কছাৰী ৰাণীলৈ পঠিয়াই-ছিল। ৰাণীয়ে মৰমতে জীয়েকক সেইবোৰ দি দিছিল।

সেউজীয়া আৰু ৰঙা ফুল থকা পাটৰ হালধীয়া দখ্‌নাখন গাত মেৰিয়াই ৰাজকুমাৰী চম্পা আকৌ দাপোণৰ সমুখত বহিল. ৰংদৈ লিগিৰীয়ে এইবাৰ সেন্দুৰ থোৱা শিলৰ খুৰী বাতিটো ৰাজকুমাৰীলৈ আগবঢ়াই দিলে। সোঁহাতৰ অনামিকাৰে কপালত ফোঁট ল'বলৈ লৈও ৰাজকুমাৰী থমকি ৰ'ল। তেওঁ মূৰটো এক-তীয়াকৈ কিবা শুনিবলৈকে চেষ্টা কৰিলে। পদূলিমুখৰ প্ৰকাণ্ড বকুলজোপাত পৰি কুলি এজনীয়ে মনৰ উলাহতে গীত গাই আছিল। কিন্তু তাইৰ মাতকো চেৰ পেলাই দূৰৈৰপৰা ৰিণি ৰিণি পেঁপাৰ মাত ভাহি আহিল। আবেলিৰ ৰিঙা ৰিঙা পৰিবেশটো ৰিণি ৰিণি ভাহি অহা পেঁপাৰ মাতে আৰু বেছি পৰিমাণে ৰিঙা কৰি পেলালে।

ৰাজকুমাৰী চম্পাই নিজৰ অজানিতে দাপোণৰ সমুখৰপৰা উঠি আহি দক্ষিণফালৰ পকীবেৰত থকা জালিকটা কুন্দ্ৰাক্ষৰ কাষত থিয় দিলে। তেওঁ কুন্দ্ৰাক্ষইদি দূৰণিলৈ চাই পঠিয়ালে।

দূৰৈৰ পাহাৰৰ নামনিৰ সমতলভূমিত এজাক গৰু-ম'হ চৰি আছে। এটা ম'হৰ পিঠিত কোনোবা এটাই উঠি গৰু-ম'হবোৰ চৰাই আছে। পেঁপা বোধকৰো সিয়েই বজাইছে। পেঁপাৰ

টিহিটি টিহিটি ল-ল শব্দই বোধকৰোঁ কাৰেঙৰ প্ৰাচীৰৰ দাঁতিয়ে দাঁতিয়ে বৈ পহৰা দি থকা প্ৰহৰীকিটাকো আনমনা কৰিছে। সিহঁ-তেও সমতল ভূমিলৈকে চাইছে।

; কুঁৱৰী!

ৰংদৈ লিগিৰীৰ মাতত ৰাজকুমাৰী চম্পা উচপ্ খাই উঠি তাইলৈ উভতি চালে। ৰংদৈয়ে এক অৰ্থপূৰ্ণ হাঁহি মাৰি সৰু মাতেৰে ক'লে – 'লী, হা-ছান আৰু হা-ছিথাম জপাৰপৰা উলিয়াই দাপোণৰ কাষত থকা সফুঁৰাত থৈছোঁ।'

: পেঁপা কোনে বজায় ৰংদৈ?

দাপোণৰ সমুখত বহি ৰাজকুমাৰীয়ে নাকেৰে এক দীৰ্ঘ নিশ্বাস এৰি মৃদু স্বৰেৰে সুধিলে।

: কোনে বজাব আৰু', উজনিৰপৰা অহা সেই দেহান গৰখীয়া-টোৱেই বজায়!

এক সৰু হাঁহিৰে ৰংদৈয়ে ক'লে।

: দেহান নহয়, সোমাৰ!

ৰাজকুমাৰীয়ে গম্ভীৰ হৈ ৰংদৈক শুধৰালে। ৰংদৈয়ে থতমত খাই ক'লে— আয়া! মই পাহৰি যাওঁ কুঁৱৰী! শব্দটো মোৰ মনত নৰয়।

: তেনেহ'লে এইবাৰৰপৰা মনত ৰাখিবলৈকে চেষ্টা কৰিবি। —ৰাজকুমাৰীয়ে একেই গাম্ভীৰ্যৰে ক'লে।

দেৱীপীঠৰ তান্ত্ৰিক ৰামদেৱে ৰাজকুমাৰীক সোমাৰসকলৰ কথা কৈছিল এদিন। পৰ্বতৰ ওপৰত থকা মন্দিৰৰ চোতালৰ গুলচ ফুলৰ বেদীত ব্যাঘ্ৰচৰ্মৰ ওপৰত উপবেশন কৰি তান্ত্ৰিকে যোগিনীতন্ত্ৰৰ শ্লোক মাতি শুনাইছিল। শ্লোক মতাৰ সময়ত তান্ত্ৰি-কৰ চকুহাল জোঁ পান কৰা মানুহৰ নিচিনাকৈ টিক্‌টিকী[illegible] হৈ পৰিছিল। ৰাজকুমাৰীয়ে সেই সময়ত তেওঁৰ চকুলৈ [illegible] পৰা নাছিল। তান্ত্ৰিকৰ দৃষ্টিয়ে ৰাজকুমাৰীক জ্বলাইছে [illegible] যেনিবা। তেওঁৰ কাষতে ৰংদৈ লিগিৰী আৰু কিছু আঁতৰত ৰাম-

কুমাৰীৰ দহজন পাহোৱাল দেহৰক্ষীয়ে হাতত যাঠী আৰু তৰোৱাল লৈ পহৰা দি আছিল। ৰাজকুমাৰীয়ে পহুছালত বহি তলমূৰকৈ তান্ত্ৰিকৰ শ্লোকৰ ব্যাখ্যা শুনি গৈছিল।

কামৰূপৰ আটাইবোৰ তীৰ্থকেই ন শ্ৰেণীত ভাগ কৰা হৈছে— 'নবয়োনিৰিতিখ্যাতা সৰ্বদিক্ষু সমন্ততঃ।' প্ৰত্যেক শ্ৰেণীকেই 'যোনি' বোলা হয়। যেনে— উপবীথি, বীথি, উপপীঠ, পীঠ, মহাপীঠ, ব্ৰহ্মপীঠ, বিষ্ণুপীঠ আৰু ৰুদ্ৰপীঠ। ঠিক সেইদৰে সমস্ত কামৰূপ দেশক নটা ভাগত ভগোৱা হৈছে। যেনে— কামপীঠ, সৌমাৰ-পীঠ, নাথবৃক্ষ, শ্ৰীপীঠ, কোলপীঠ, চৌহাৰপীঠ, ৰত্নপীঠ ইত্যাদি। সৌমাৰপীঠতেই সৌমাৰসকলে ৰাজত্ব কৰে। 'হীনাচাৰস্তু সৌমাৰে সৰ্বাশী সৰ্ববিক্ৰয়ী। তত্ৰ নাৰী সদা তুষ্টা তত্ৰ ৰাজা সুপুণ্যবান্॥' সৌমাৰত মানুহবোৰ হীনাচাৰী; তেওঁলোকে সকলো বস্তু বেচে তথা সকলো বস্তু খায়। এই ঠাইৰ নাৰীসকল কিন্তু সদায়েই সন্তুষ্টা তথা ৰজাও পুণ্যবান। ৰজা কিন্তু ইন্দ্ৰবংশী। সৌমাৰসকলৰ বুৰঞ্জী নামৰ প্ৰাচীন পুথিত উল্লেখ আছে— 'সৌমাৰপীঠৰ পূৰ্বদেশত বিহগাদ্ৰি নামে পৰ্বতৰ গহ্বৰত বশিষ্ঠ আছিল। ইন্দ্ৰদেবতাই শচী আদি স্ত্ৰীসকলোৰে সহিতে ক্ৰীড়া কৰি তেওঁৰ থান অশুচি কৰিলত বশিষ্ঠই ইন্দ্ৰক উদ্দেশ্য কৰি শাও দিলে— 'তোৰ অন্ত্যজ স্ত্ৰীত সংগম হোক।' ইন্দ্ৰদেবতা দৈত্যৰূপ মনুষ্য হ'ল। আৰু দৈত্যৰ স্ত্ৰী এটিৰে তেওঁৰ সংগম হ'ল। ইন্দ্ৰই স্ত্ৰীজনীৰ প্ৰতি বৰ দিলে— 'তোমাৰ গৰ্ভত যি এক পুত্ৰ হ'ব, সি ৰজা হ'ব।'

আন এক বুৰঞ্জীনামৰ সাঁচিপাতৰ পুথিত আছে-- লেংডন অৰ্থাৎ দেবৰাজ ইন্দ্ৰই পুতেক মেন্থামক পৃথিৱীত ৰাজত্ব কৰিবলৈ আদেশ দিছিল। পিছে মেন্থামে স্বৰ্গৰ ভোগ-বিলাস এৰি আহিবলৈ টান পাই তেওঁৰ পুত্ৰদ্বয় ক্ৰমে খুন্লুং আৰু খুন্লাইক পৃথিৱীলৈ আহিবলৈ আদেশ দিছিল। তাতে খুন্লুং আৰু খুন্লায়ে সোণ-ৰূপৰ জখলাৰে লগত চোমদেউ, চেংদেউ, পৱিত্ৰ হেংডান আৰু মংগল চাবৰ নিমিত্তে কেইটামান কুকুৰা লৈ পৃথিৱীলৈ নামি

আছি নড়াদেশৰ পূবত মানদেশৰ মৌগং বা মুংৰিমুংৰামত ৰাজ্য পাতিছিল। সাতপাছে খুন্‌লুঙে কিবা কথাত ভায়েকক বেয়া পাই স্বৰ্গলৈ গুচি গৈছিল। তাৰপাছত খুন্‌লায়ে মুংৰিমুংৰামৰপৰা আহি হৌকঙত ৰাজধানী পাতি ৰাজত্ব কৰিছিল। তেওঁৰেই কনিষ্ঠ পুত্ৰৰ এগৰাকী কুঁৱৰীৰ 'দেববীৰ্যে গৰ্ভ' হৈছিল। নড়া ৰজাৰ ভনীয়েক সেই কুঁৱৰীৰ নাম ব্লকখাম্‌চেন। সেই সময়ত কিছু বু-বু বা বা হৈছিল। ত্যাওখুন ৰজাই মনত অসন্তোষ কৰিছিল। 'পাছে বিশ্বাসে সুধিলত কুঁৱৰীয়ো সমস্তে কহিছিলা, বোলে, 'একো সংশয় কৰিব নালাগে। এক দেব-পুৰুষে মোক ৰাত্ৰি ৰমিলে, তাৰেসে সন্ততি।' সেই কুঁৱৰীৰ জাতক ছুকাফাই ডেকা হৈ লগত লোক-জন লৈ পাটকাই পৰ্বত পাৰ হৈ আহি খামজাং নামৰ ঠাই ওলাইছিল আৰু পাছত নগাক মাৰি ভটিয়াই আহি সৌমাৰপীঠৰ চৰাইদেউত ৰাজধানী পাতি ৰাজত্ব কৰিছিল। এতিয়াৰ তুংখুংগীয়া ফৈদৰ ৰজাও তেওঁৰেই বংশধৰ। স্বৰ্গদেউ চুহুংমুং দিহিংগীয়া ৰজাৰ দিনত চলাজনা স্বৰ্গদেউ চুপিম্‌ফাৰ পুত্ৰ নগা খুনবাওৰ চাঙত উপজি ডাঙৰ-দীঘল হোৱা নগাকোঁৱৰৰ চেনলুং ওৰফে কনচেং বৰপাত্ৰ গোঁহাই নামৰ সেনাপতিজনে যবনক খেদি ৰত্নপীঠৰ শেষ সীমা কৰতোৱা গংগাত খাওা পথালি ৰাজ্য বঢ়াইছিল। এতিয়া পিছে সৌমাৰসকলৰ ৰাজ্য সৌমাৰপীঠৰপৰা কামপীঠৰ কিছু অংশলৈহে বিস্তৃত। সৌমাৰপীঠৰ এডোখৰ আগেয়ে চুতীয়াসকলৰ অধিকাৰত আছিল। কনচেঙেই বিদৰ্ভৰ ভীষ্মক ৰজাৰ বংশধৰ চুতীয়া ৰজা নীতিপালক যুঁজত বধ কৰি সম্পূৰ্ণ সৌমাৰপীঠ সৌমাৰৰ তলতীয়া কৰিছিল। চুতীয়া ৰাজ্য দখললৈ অহাৰ পাছত চুহুংমুং স্বৰ্গদেবে ৰিথ্‌বান উৎসৱ পাতিছিল। কামপীঠৰ বেছি অংশ, স্বৰ্ণপীঠৰ কিছু অংশ আৰু সমগ্ৰ ৰত্নপীঠত সম্প্ৰতি ছাড়িয়ামণ্ডলৰ বংশধৰ-সকলে ৰাজত্ব কৰি আছে।

ঃ কুঁৱৰী, ঘোঁৰা সাজু হ'ল। সেনাপতি ডাঙৰীয়া পাছত যাব বুলি মহাৰাজে কৈছে।

লিগিৰী এজনীয়ে ঘোষণা কৰি আঁতৰি গ'ল। লিগিৰীৰ মাতত ৰাজকুমাৰীৰ চমক ভাগিল। তেওঁ কপালৰ সোমাজত সেন্দুৰৰ ফোঁটটো লৈ বাঁওহাতখন ৰংদৈলৈ আগবঢ়াই দি.ল। ইংগিত বুজি ৰংদৈ লিগিৰীয়ে সঁফুৰাৰপৰা গামখাৰু এপাট লৈ আলফুলকৈ ৰাজকুমাৰীৰ বাঁওহাতত পিন্ধাই দিলে। এইবাৰ সোঁহাতৰ পাটো পিন্ধালে। হাতৰ আঙুলিত আঙঠি আৰু ডিঙিত সাতসৰিধাৰ পিন্ধাই ৰংদৈয়ে ৰাজকুমাৰী চম্পাৰ দুয়ো কান্ধত হালধীয়া বুটা বছা বেঙুনীয়া ফালিখন তুলি দিলে।

অশ্বাৰোহী দেহৰক্ষীৰে পৰিবেষ্টিত হৈ ৰাজকুমাৰী চম্‌ফা মগলুদেশৰ বগা ঘোঁৰাৰ ওপৰত গৈ থাকিল। কাষৰ আন এটা দেশী ঘোঁৰাৰ ওপৰত বহি ৰংদৈ লিগিৰীও গ'ল।

ৰজাঘৰৰ নাৰীসকলে আচলতে কেঁকোৰা দোলাত নাইবা হাতীত উঠিহে ভ্ৰমণ কৰে। কিন্তু ৰাজকুমাৰী চম্‌ফাহঁতৰ উপৰি পুৰুষৰ কোনোবা এগৰাকী ৰাজমাৰে পোনতে ঘোঁৰাত উঠি ভ্ৰমণ কৰিছিল বাবে ৰাজকুমাৰী চম্ফায়েও শুকুলা ঘোঁৰাত উঠিবলৈ লৈছে। এইগৰাকী কুঁৱৰী ভাটিৰ ফালৰ কোনোবা ৰাজকন্যা আছিল। তেওঁ ঘোঁৰাত উঠি শত্ৰুৰ বিপক্ষে যুদ্ধ কৰাৰ কথাও বুঢ়ালোকে কয়।

দুয়োকাষৰ পথাৰৰ মাজৰ আলিটোৰেদি অশ্বাৰোহীসকল গৈ থাকিল। তেওঁলোকে এৰি যোৱা পথডোখৰ ধুলিময়ৰী হৈ পৰিল। অেওঁলোকে ধীৰ গতিৰে দুয়ো পৰ্বতৰ মাজৰ সমভূমি অঞ্চললৈ আগুৱাই গ'ল। চৌদিশৰ সেউজ অৰণ্যৰ দৃশ্যাই ৰাজকুমাৰী চম্ফাৰ মন জুৰাই গ'ল।

: কুঁৱৰী!

হঠাতে ৰংদৈ লিগিৰীৰ মাত শুনি ৰাজকুমাৰী চম্ফাই আইৰ ফাললৈ চালে।

: পৰহি ৰাজমাও দেউতাই কৈছে, —ৰংদৈয়ে অতি উৎসাহেৰে

ক'লে— যে আজিৰ নিচিনাকৈ আপুনি যেতিয়া তুয়োহাতত হা-ছান, আঙুলিত বাখৰপতোৱা হ-ছিথাম আৰু ডিঙিত লৌ পিন্ধি শুকুলা ঘোঁৰাত উঠি যায়, তেতিয়া আপোনাক আপোনালোকৰ আবীৰ আবিৰ নিচিনা দেখি। ৰাজমাও দেউতাই হেনো তেখেতক এদিন সামাজিকত দেখিছিল। মোৰ পিছে আপোনাক এনে ৰূপত দেখিলে দেবীপীঠৰ শিলৰ গোসাঁনীগৰাকী স্বয়ং নামি অহা যেন লাগে। পাৰ্থক্য মাথোঁ ইমানেই— গোসাঁনী সিংহবাহিনী আৰু দা আছে; আৰু আপুনি অশ্ববাহিনী অথচ হাতত দা নাই।

: মানুহক গোসাঁনীৰ সতে বিজাব নেপায় অ' আঁকৰি, দেবীৰ শাও লাগিব!

ৰাজকুমাৰীয়ে ওঁঠত এক মিঠা হাঁহি লৈ প্ৰশ্ৰয়ৰ সুৰত ক'লে।

পৈঁপাৰ স্নাত লাহে লাহে ডাঙৰ হৈ আহিল। ৰাজকুমাৰী চম্পাৰ মন হঠাতে উখল-মাখল কৰি উঠিল। তেওঁ লগে লগে ঘোঁৰাৰ টিকাত চাবুক মাৰিলে। আচম্বিতে কোব খাই ৰাজকুমাৰীৰ ঘোঁৰাই চেকুৰ মেলি আনবোৰ ঘোঁৰাতকৈ আগুৱাই গ'ল। তেওঁক দেখি আনবোৰেও ঘোঁৰাবোৰ কোবত চেকুৰালে। অলপ সময়ৰ পাছতে তেওঁলোক সমতলভূমি পালেগৈ। সেইসময়ত গৰখীয়াটো উঠি থকা ম'হটো আলিৰপৰা আটৈকুৰি খোজমান আঁতৰত আছিল। বিস্তীৰ্ণ ঘাঁহনিৰ চাৰিওফালে গৰু-ম'হবোৰ চৰি আছিল আৰু গৰখীয়াটোৱে ম'হ এটাৰ পিঠিত উঠি আপোন মনে পেঁপা বজাই আছিল।

হঠাতে ৰাজকুমাৰীৰ ঘোঁৰাটোৱে হ্ৰেষাৰাৱ কৰি আগ ঠেং দুখন ওপৰ কৰি পাছঠেঙৰ ওপৰত ভৰ দি বৈ দিলে। পিছ-মুহূৰ্ততে সি চতুষ্পদৰ ওপৰত থিয় হ'ল। ৰাজকুমাৰী চম্পা কথ-মপিহে ঘোঁৰাৰ ওপৰৰপৰা নপৰাকৈ ৰ'ল। এনেতে আনবোৰ ঘোঁৰাও আহি তেওঁৰ কাষতে ৰ'ল। ইতিমধ্যে কিন্তু ঘোঁৰাৰ চিঞৰ শুনি আলিৰ কাষত চৰি থকা গৰুবোৰে ভয় খাই যেনি তেনি পলাবলৈ ধৰিলে।

: ঐ ক'লী বাঘেখাইতী, ৰ ৰ —গৰখীয়াটোৱে আগন্তুকৰ ফাললৈ নাচাই সি উঠি থকা ম'হটোৰ গাত গা ঘঁহাই ফাহি চিটিকা দিয়া লোদোৰ-পোদোৰ ক'লী গাইজনীলৈ চাই চিঞৰিলে— কিহলৈ হিলদল ভাঙি এনেদৰে গৈছ ?

গাইজনী নৰ'ল। সি বিৰক্তিৰে ক'লে— কটা নেদেখিলানে তাইৰ কোবটো! হেৰৌ কোনটো পৈয়েৰ আহিল তই যে ৰজাৰ পাখৰী জীয়েকজনীৰ নিচিনাকৈ এনেদৰে উত্ৰাৱল— ! —পিছলৈ ঘূৰি চোৱাৰ লগে লগে তাৰ মুখৰ মাংসপেশীবোৰ কঠিন হৈ গ'ল।

: ঐ কটা অপয়াহঁত! তহঁতক কি ভূতে কিলাইছে এনেদৰে মোৰ গৰু-ম'হজাকক চমক খুৱাবলৈ ? এতিয়া ভালে ভালে আনি দে থুঁপাই সিহঁতক। নহ'লে ৰজাক কৈ তহঁতৰ নাইত কুমটি মেলাম একা!

সি ৰাজকুমাৰীৰ দেহৰক্ষীক উদ্দেশ্য কৰি ক'লে। সি পোনতে ৰাজকুমাৰী আৰু ৰংদৈ লিগিৰীক দেখাই নাছিল। ৰাজকুমাৰীৰ দেহৰক্ষীবোৰে তেওঁলোকক আগুৰি আছিল। ৰাজকুমাৰীক দেখাৰ লগে লগে গৰখীয়াই চিঞৰিলে— অ' বেটী নাটেশ্বৰীয়ে ঘোঁৰাৰ ওপৰত উঠি মূলাগাভৰু হ'বলৈ আহিছে। হেৰৌ, তোৰ পৈয়েৰ জয়ন্তীয়া ৰজাৰ লগত আৰুবেলি লগা ৰণত পৰিল নেকি অ' ? তয়ো তেনে পৈয়েৰক কবচ কাপোৰ বৈ দিব নোৱাৰিলি ? আয়ৈ দেহি, তোলৈ বেয়াই লাগেদে, ইমান কম বয়সতে তই বাৰী হ'লি! এতিয়ানো তোৰ কপালৰ ফোঁটটোৰে কি হ'ব ? দেহি ঐ!

পিছৰ কথাখিনি সি আন্তৰিকতাৰে ক'লে। তাৰ কথা শুনি সকলোবোৰ দেহৰক্ষী দৰক লগা মানুহৰ নিচিনাকৈ থৰ হৈ ৰ'ল। ৰাজকুমাৰী চম্ফাই তাৰ মোহলগা মুখখনলৈ একেথৰে চাই ৰ'ল। ৰংদৈ লিগিৰীয়ে উচপিচাবলৈ ধৰিলে। তাই মনে মনে ভয়ো খালে। তাইৰ এনে ভাব হ'ল, ৰাজকুমাৰীয়ে যেনিবা অনন্তকাল জুৰি দেহান গৰখীয়াটোৰ মুখলৈকে চাইহে আছে।

পোনতে দেহৰক্ষীদলৰ পালি সেনাপতিৰ চমক ভাঙিল।

তেওঁ গিৰিসাই ঘোঁৰাৰপৰা নামি গৰখীয়াৰ ফাললৈ আগুৱাই গ'ল। তেওঁক আগবাঢ়ি যোৱা দেখি গৰখীয়াটোৱে আচৰিত হৈ সুধিলে— হেৰৌ কটা জংঘলী, তোৰ আকৌ কি বিছু লাগিল?

পালি সেনাপতিয়ে কোনো উত্তৰ নিদি তাক আচম্বিতে ম'হৰ পিঠিৰপৰা বগৰাই দিলে। তাৰ পেঁপাটো ছিটিকি গ'ল দূৰলৈ। গৰখীয়াটো মাটিত পৰাৰ লগে লগে সেনাপতিয়ে তাৰ বুকুত এক প্ৰচণ্ড গোৰ সোধালে। দ্বিতীয় গোৰ সোধাবলৈ লওঁতেই কিন্তু গৰখীয়াই তেওঁৰ ভৰিখনত ধৰি তেওঁক মাটিত পেলাই দিলে। সেনাপতি এনে প্ৰত্যাক্ৰমণৰ বাবে সমূলি সাজু নাছিল। সেয়ে তেওঁৰ উঠাত কিছু পলম হ'ল। আৰু গোনা ম'হটোৰ নিচিনা দেহটো যেতিয়াই মাটিৰপৰা তোলাৰ চেষ্টা সেনাপতিয়ে কৰিলে, গৰখীয়াই 'তাৰ' আগেয়ে তড়িৎ গতিৰে উঠি তেওঁৰ মুখত গোৰ সোধালে। এইবাৰ সি দ্বিতীয়টো গোৰ সেনাপতিৰ তলপেটত সোধালে। সেনাপতিৰ মুখেদি কেঁক কৈ এটি সৰু শব্দ হ'ল আৰু তেওঁ সিফালেই মুঁচকচ গ'ল।

: কটা গাহৰি, তোৰ গেন্ধেলা শৰীৰটোৰে আহোমৰ লুখুৰাখন ফৈদৰ তিলেশ্বৰৰ সতে যুঁজিবলৈ আহ! থুই।

তিলেশ্বৰে সেনাপতিৰ গাত থুৱাই দিলে।

: ৰবি!

হঠাতে নাৰীকণ্ঠস্বৰ শুনি তিলেশ্বৰে চমকি ঘূৰি চালে— চাৰিজন দেহৰক্ষীয়ে তাৰ পিছফালে বৈ উন্মুক্ত তৰোৱাল দাঙি আছে।

ৰাজকুমাৰী চম্পাৰ ঘোঁৰাটো তিলেশ্বৰৰ ফাললৈ আগবাঢ়ি গ'ল। আনবোৰ ঘোঁৰাও তেওঁৰ পিছে পিছে গ'ল। বন্দী তিলেশ্বৰৰ সন্মুখত ৰাজকুমাৰীয়ে ঘোঁৰাটো ৰখালে। তেওঁ কিছু সময় তীব্ৰ দৃষ্টিৰে তিলেশ্বৰৰ চকুলৈ চালে। তিলেশ্বৰেও চাই থাকিল।

: মই ৰাজকুমাৰী চম্পা! তুমি জানানে সেই কথা?

গম্ভীৰ কণ্ঠেৰে ৰাজকুমাৰীয়ে সুধিলে। তাৰ চকুহাল এখন্তেকৰ বাবে নিষ্প্ৰভ হৈ গ'ল। পিচমুহূৰ্ততে কিন্তু দপ্‌কৈ জ্বলি উঠিল। কঠুৱাস্বৰেৰে সি ক'লে— নাজানো! মই ৰজাৰ গৰখীয়া, মই ৰজাক জানো আৰু জানো মোৰ গৰু-ম'হবোৰক।

তাৰ উত্তৰ শুনি ৰাজকুমাৰীয়ে এক সুন্দৰ শব্দহীন হাঁহি মাৰি কোমল কণ্ঠেৰে সুধিলে— নাজানা নহয়নে?

: এৰা, নাজানো।

সি উদ্ধত স্বৰেৰে উত্তৰ দিলে। ক্ষন্তেকৰ বাবে ৰাজকুমাৰীৰ মুখমণ্ডল কৰুণ হৈ পৰিল। কিন্তু এটা সময়ত তেওঁ নিজকে সংযত কৰি হাঁহিলে। পিছমুহূৰ্ততে তেওঁ পাগলৰ নিচিনাকৈ তিলেশ্বৰৰ দেহত চাবুক চলাই চিঞৰিলে— নাজানা, নাজানা! মই ৰাজকুমাৰী বুলি নাজানা। সেয়ে মোক অপমান কৰা! বীৰ-পুৰুষ! ৰজাৰ গৰখীয়াই মোৰ আগতে মোৰ সেনাপতিক আঘাত কৰে।

এটা সময়ত ৰাজকুমাৰী ক্ষান্ত হ'ল। তেওঁ এবাৰ তিলেশ্বৰৰ দেহটোলৈ চালে। তাৰ সৰ্বদেহ ফাটি তেজ ওলাবলৈ ধৰিলে। আনবোৰে মন্ত্ৰমুগ্ধৰ নিচিনাকৈ ৰাজকুমাৰী আৰু তালৈকে চাই থাকিল। ৰাজকুমাৰীয়ে হাতৰপৰা চাবুকডাল দূৰলৈ দলিয়াই দিলে। তিলেশ্বৰে এক অদ্ভুত সৰল হাঁহিৰে ৰাজকুমাৰীৰ মুখলৈ চাই ক'লে— এতিয়াহে জানিলোঁ, তুমি অকল ৰাজকুমাৰীয়েই নোহোৱা, চাউদাং বকৰাও। পিছে সেইডাল পেলালা কিয়?

ৰাজকুমাৰীয়ে ঘোঁৰাটো আলিবাটলৈকে হঠাতে কোবত চেকুৰাই দিলে। আচলতে তেওঁ তাৰ সম্মুখৰপৰা পলাই গ'ল। পছিমফালে ঘোঁৰাই দৌৰাৰ লগে লগে ইমানসময়ে চেপি ৰখা ৰাজকুমাৰীৰ কান্দোনটোৰ বান্ধ ভাঙি গ'ল।

আমাৰ ৰজা ইমান দয়ালু অথচ জীয়েকজনী যে কিদৰে এনে নিষ্ঠুৰ হ'ল!

ভনীয়েক কণমায়ে তিলেশ্বৰৰ ঘাবোৰত এসোপামান বনদৰৰ ফটাকানিৰে বান্ধি বান্ধি ক্ষোভেৰে ক'লে। তিলেশ্বৰে একো নামাতি মৌন হৈ থাকিল।

: তই মহাৰাজক ক'বিচোন ৰাজকুমাৰীৰ কথা!

তিলেশ্বৰে হাঁহিলে। সি হঁহা দেখি কণমাইৰ খঙে মূৰৰ চুলিৰ আগ পালে। তাই খঙতে ভোৰভোৰালে— তই মতাটো হৈ মাইকীৰ মাৰ খায়ো হাঁহিছ! লাজো নাই, ছিঃ কটা!

: ক'লে মহাৰাজে জীয়েকক পিণ্ডত দিব নেকি অ'?

সি কৌতুকমিহলি কণ্ঠেৰে সুধিলে। তাই কিছুপৰ তভক মাৰি ৰ'ল। এটা সময়ত তাই বিষাদসনা মাতেৰে ক'লে— এৰা অ' ককাইদেউ, আমি সৰু সৰু মানুহবোৰৰ কথা কোনেনো শুনিব!

পিৰালিত সিহঁতৰ মাক আমন-জিমন কৰি বহি আছিল। কণমাইৰ কথা শুনি তেওঁ এক দীঘল হুমুনিয়াহ কাঢ়িলে। তাহানিৰ কথাবোৰ তেওঁৰ মনলৈ আহিল।

·· ···দিখৌ নৈৰ আওচেৰা গছ-বননীয়ে ঢকা ঘাট এটাত তৰাদৈ গাভৰুয়ে আন তিনিজনী আবিয়ৈ গাভৰুৰ সতে গা-ধুই আছিল। অলপ আঁতৰৰ পুৱাৰ ৰ'দ পৰা বালিত তৰাদৈৰ ছয়-বছৰীয়া ল'ৰা মনাই ওৰফে মনেশ্বৰে অকলে অকলে কাফৰ্পাই খন্ডু লৈ উমলি আছিল। ল'ৰাটোৰ বয়স কম যদিও সি দেখাত চৌদ্ধ-পোন্ধৰ বছৰীয়া ল'ৰা যেন হৈছিল। তাৰ গাল-মুখ তেজে ফুটি যাওঁ ফাটি যাওঁ হৈছিল।

তৰাদৈয়ে গাভৰু তিনিজনীৰ সতে হাঁহি-খিকিন্দালি কৰি গা-ধুই থকাৰ সময়তে কাৰেঙৰ লিগিৰী তৰাদৈৰ শৈশবৰ বান্ধবী চেনিচম্পাই উধাতুখাই অহাদি আহি তাইক একাষলৈ মাতি নি কৈছিল— তৰাদৈ, মনাইক তই ক'ৰবালৈ পলুৱাই নে!

ঃ কেলেই, কি হ'ল?

তৰাদৈয়ে উদ্বেগেৰে সুধিছিল।

ঃ সৰু কুঁৱৰীৰ ল'ৰাৰ যোৱা থোৱা। আজি নিশালৈকে যাবই বোধকৰোঁ। সেয়ে কৈছোঁ, জীয়াই জীয়াই মনাইক ৰাক্ষসী চৰাইদেউৰ মৈদামত থোৱাৰ যদি ইচ্ছা নাই, তেনেহ'লে তাক তই ক'ৰবালৈ পলুৱাই নে!

চেনিচম্পাৰ কথা শুনাৰ পাছত তৰাদৈয়ে চকুৰে ধোঁৱা-কোঁৱা দেখিছিল। তাই বালিৰ ওপৰত ধপ্ কৰি বহি দিছিল। চেনি-চম্পাই পানী যুৰলিত নামি একাজলি পানী আনি তৰাদৈৰ চকুৱে-মুখে ছটিয়াই দিছিল। ইতিমধ্যে গাভৰু তিনিজনীও তৰাদৈৰ কাষ চাপি আহি কি হ'ল সুধিছিল। চেনিচম্পাই সিহঁতক ধমক দি আঁতৰাই পঠিয়াইছিল। মাকে হঠাতে বহি দিয়া দেখি চুচুক চামাকৈ মনায়ো কাষ চাপি আহিছিল।

ঃ মাহীটি, বৌৰ কি হ'ল?

চেনিচম্পাই তাৰ গালে-মুখে হাত বুলাই মৰমেৰে কৈছিল— তুমি ওমলা গৈ মইনা, বৌয়েৰাৰ একো হোৱা নাই।

সি অনিচ্ছা সত্বেও পিছলৈ চাই চাই আগৰ ঠাইলৈ আঁতৰি গৈছিল।

: কিন্তু মোৰ পোৰ ওপৰত সিহঁতে কিয় চকু দিব, লুখুৰাখন খেলৰতো আন ল'ৰাও আছে! তদুপৰি আছে ঘৰফলীয়া খেলৰ দেধাৰ ল'ৰা।

কিছুবেলিৰ পাছত অলপ সুস্থিৰ হৈ তৰাদৈয়ে সুধিছিল।

: কাৰণ আছে নিশ্চয়! মইনাৰ বৰদেউতাকে বাঁহগৰীয়া ফৈদৰ ঘুনুচাক পলুৱাই আনি ঘৰ সুমুৱাইছিল। সেই দোষতে তেওঁক টেটুলৈকে মাটিত পোতাই ৰাং কুকুৰেৰে খুৱাই মৰাইছিল। সেই একে দোষৰ বাবে তোৰ পৈয়েৰকো চলাজনা স্বৰ্গদেউৰ সতে মৈদাম দিয়াইছিল। সেই সময়ত তোক মই সাবধান কৰি দিব নোৱাৰিলোঁ। এইবাৰ চাউদাং বৰুৱাৰপৰা মই সেই বিষয়ে আগ-তীয়াকৈ ফুট পাইছোঁ। মৰা শ খোচৰা চাউদাং বৰুৱাৰ ভোগত মোৰ চুৱা দেহাটো লগোৱাৰ সময়ত অকস্মাতে চাউদাং বৰুৱাৰ মুখেদি তোৰ ল'ৰাৰ কথা শুনিছিলোঁ পুৱানিশা।

চেনিচম্পাই ঘৃণাৰে কৈছিল। চাউদাং বৰুৱাৰ সতে থকা চেনিচম্পাৰ সম্পৰ্কটোৰ বিষয়ে তৰাদৈয়ে নজনা নহয়। অকল চেনিচম্পাই কিয়, লিগিৰীটোলৰ ভালেমান লিগিৰীৰ সতেই চাউদাং বৰুৱাৰ হাত-বাত থকাৰ কথা তৰাদৈয়ে জানিছিল। চেনিচম্পাই কৈছিল তাইক সকলোবোৰ। চেনিচম্পাৰ আটিল গাভৰু দেহাটোৰ মোহ এৰিব নোৱাৰি চাউদাং বৰুৱাই তাঁইক হেনো কিবা বনদৰব খুৱাই ভবিষ্যতলৈ বিপদমুক্ত হৈ লৈছিল।

চেনিচম্পাৰ প্ৰতি সহানুভূতিৰে তৰাদৈৰ মন ভৰি গৈছিল। তাইৰ দুখত তৰাদৈয়ে নিজৰ বিপদৰ কথাও পাহৰি গৈছিল।

: চেনিচম্পা, তোৰ বৰ দুখ অ'! এদিন নিশ্চয় তোৰ দুখৰ নিশা পুৱাব।

: মোৰ দুখৰ নিশা আৰম্ভ হৈছিল সিদিনাই, যিদিনা লিগিৰী ৰখাই মোক গাভৰু মেলীয়া বৰুৱাৰ নিৰ্দেশত লিগিৰীটোললৈ আনিছিল। —এক দীৰ্ঘ নিশ্বাস এৰি দি চেনিচম্পাই কৈছিল— আৰু মই মৰিলেহে কিজানি মোৰ দুখৰ ওৰ পৰিব।

চেনিচম্পাৰ মনাইৰ দেউতাক ধনাইৰ সতে ৰাতি বিহু মৰাৰ সময়তে পিৰিতি হোৱাৰ কথা তৰাদৈয়ে জানিছিল। সিহঁতহাল এদিন পলাব বুলিও ভাবিছিল। কিন্তু সিহঁতে পলোৱাৰ সুযোগেই পোৱা নাছিল। চ'তৰ বিহুৰ সময়ত লিগিৰী বৰাই চেনিচম্পাক কাৰেঙলৈ লৈ গৈছিল। সেই দুখতে ধনায়ে ভালেমান দিনলৈকে বলিয়াৰ দৰে ঘূৰি ফুৰিছিল। সেয়ে ঘূৰি বহাগত তৰাদৈয়ে কেও কিছু নোহোৱা ধনাইৰ ঘৰ চাপিছিল।

ধনায়ে চেনিচম্পাক চেনেহ কৰাৰ কথা ভবাৰ লগে লগে তৰাদৈৰ মনৰ কোনোবাখিনি বিষাই উঠিছিল।

: হেৰৌ, মোৰ দুখকেই ভাবি থাকিবি নে মনাইক ক'ৰবালৈ নিয়াৰ কথা ভাবিবি ?

চেনিচম্পাৰ কথাত তৰাদৈৰ চমক ভাগিছিল। তাই চেনিচম্পাৰ মুখলৈ চাই কৈছিল— পলাবিনো ক'ত! স্বৰ্গদেৱে চাউদাং পঠিয়াই ধৰাই আনিব দেখোন !

: তথাপিতো তই চেষ্টা কৰিব লাগিব। ইফালে চাউদাং বৰুৱাক মই হাত কৰিবলৈকে চেষ্টা কৰিম।

তাৰপাছতে চেনিচম্পাই মনাইক কাষলৈ মাতি তাৰ দুগালে দুটা চুমা দি অহা বাটে গুচি গৈছিল। তৰাদৈয়েও কঁকালত গাগৰিটো লৈ এহাতেৰে মনাইৰ হাতত ধৰি কলাফুলত ভিতা মেখেলাৰ চেটেপ্ চেটেপ্ শব্দেৰে ঘৰমুৱা হৈছিল।

ভাত ৰন্ধাৰ সময়ত তৰাদৈয়ে উপায় চিন্তিছিল। মনাইক তাই তাইৰ কাষতে বহুৱাই থৈছিল। সি একো বুজা নাছিল যদিও মাকৰ কাষতে মনে মনে বহি আছিল। মনাই লুখুৰাখন খেলত ওপজা বাবে তৰাদৈয়ে তাইৰ ভাগ্যকেই দোষিছিল।

মানুহ এটাক হেংডানেৰে কাটিহে স্বৰ্গদেউ শিঙৰি 'ঘৰত উঠাৰ নিয়ম। ঠিক সেইদৰে স্বৰ্গদেউ চলাৰ পাছত আন আন বস্তুৰ লগতে স্বৰ্গদেৱৰ বন্দী-বেটীকো জীয়তে কৈলাস দিয়া হৈছিল। গদাধৰ সিংহ স্বৰ্গদেউ স্বৰ্গী হোৱাত তেওঁৰ লগতে কেৰকুৰি লিগি-

ৰীকো মৈদাম দিয়া হৈছিল হেনো। এইবোৰ মানুহ লুখুৰাখন আৰু ঘৰফলীয়া খেলৰপৰা সংগ্ৰহ কৰা হৈছিল। মাজতে এবাৰ চলাজনা স্বৰ্গদেউ এজনাৰ বেথাৰ কুঁৱৰী এগৰাকীৰ পুতেকৰ মৃত্যু হোৱাত সেই মৰা কোঁৱৰৰ আলপৈচান ধৰিবৰ বাবে অনেক বন্দী-বেটী আৰু উমলিবৰ নিমিত্তে কেবাগৰাকী ডাঙৰীয়াৰ ল'-ছাৱলিক জীয়াই জীয়াই মৈদাম দিয়াৰ ব্যৱস্থা হৈছিল। সেইজনা স্বৰ্গদেৱে চুটীয়া সোণাৰীৰ জীয়ৰী এজনী আনিছিল লগত ল'ৰাৰে। সেই ল'ৰাক কোঁৱৰ পাতি দোলা-আৰোৱান দিছিল। ছ মাহতে সেই ল'ৰা মৰিছিল। পাছে ৰজাদেৱে তিনিজনা ডাংগৰীয়াত, ছয় ফুকনত ক'ব দিছিল, বোলে, 'মোৰ পোৰ লগত যাবলৈ তিনি গোঁহাইৰ তিনিটা ল'ৰা, ছয় ফুকনৰ ছটা ল'ৰা দিয়ক।' গোহাঞিবোৰে বুলিছিল, 'চুটিয়া ল'ৰাৰ লগত আমাৰ ল'ৰা কিয় দিম ?' এই কথাতে বিদ্ৰোহ হৈছিল আৰু ডা-ডাঙৰীয়াসৱে এক গোট হৈ সেই তিৰুতাসেৰুৱা স্বৰ্গদেউ জয়াদিত্য ভগাৰজাক পাটৰপৰা নমাই খেদিছিল। পাছলৈ যেনিবা ডা-ডাঙৰীয়াৰ বেটা-বেটীলৈ হাত মেলা হোৱা নাছিল। কিন্তু লুখুৰাখন আৰু ঘৰফলীয়া খেলৰ অবস্থাৰো একো পৰিবৰ্তন হোৱা নাছিল। বিনিময়ত যেনিবা এই দুই খেলে কিছুমান সুবিধা ভোগ কৰিবলৈ পাইছিল। এই খেলবোৰৰ তিৰোতাবোৰ যেতিয়া গৰ্ভৱতী হৈছিল, দেওধায়ে কুকুৰা কাটি মঙল চাইছিল। যদি মঙলে ল'ৰা হ'ব বুলিছিল আৰু যদি সঁচাকৈয়ে ল'ৰা হৈছিল, সেই মাতৃ আৰু সন্তানৰ আপডাল ৰজাঘৰে কৰিছিল। সেই পৰিয়ালটোৰো খোজ-বাজ ৰজাঘৰে দিছিল। যুঁজত যোৱাৰপৰাও সেই পৰিয়ালৰ মুনিহবোৰে ৰেহাই পাইছিল। আৰু বিনিময়ত এদিন সেই সন্তানটো ডাঙৰ হৈ জীয়ন্তে মৈদামলৈ গৈছিল, কিম্বা শিঙৰি ঘৰৰ মুখত স্বৰ্গদেউৰ হেংডানৰ কোব ভিত্তি পাতি লৈছিল।

তৰাদৈৰ মগজুৰ মাজেদি হঠাতে এক তড়িৎ প্ৰবাহ বৈ গৈছিল। ইতিমধ্যে চকৰ ভাত কক্ৰকাই ওফন্দি জুইত পৰিছিল।

তৰাদৈয়ে সেইকালে মন নিদি ইটো কোঠালৈ আহি বাঁহৰ চাঙৰ ওপৰত থকা পুৰণি বেতৰ জপাটো মেলিছিল। তাত তাইৰ জীয়ৰীকালৰে ৰিহা-মেখেলা, এড়িয়াৰ বৰ কাপোৰৰ লগতে গিৰিয়েকৰ দুখন চুৰিয়া তথা এটা এণ্ডা চোলাও আছিল। তাই চুৰিয়া এখন উলিয়াই কিছুসময় লিৰিকি বিদাৰি আছিল। গিৰিয়েকৰ মুখখন তাইৰ মনলৈ ভাহি আহিছিল। তাইৰ দুয়ো গালেদি দুটোপাল চকুলো বৈ গৈছিল। এটাসময়ত তাই চুৰিয়াখন মুখমণ্ডলত হেচা মাৰি ধৰিছিল।

: মনাই অ', এইফালে আহচোন সোণটো।

মাকৰ মাত শুনি মনাই কাষ চাপি আহিছিল। মাকৰ গম্ভীৰ মুখ দেখি সি মনে মনে ভয় খাইছিল। সি পানী গামোচা পিন্ধি আছিল। তাৰ বয়সৰ সকলো ল'ৰাই পানী গামোচা পিন্ধিছিল। তাৰ বয়সৰ কিয়, সোতৰ-ওঠৰ বছৰীয়া চফল ডেকা একোটায়ো চুৰিয়া নিপিন্ধি পানী গামোচা পিন্ধিছিল। যুঁজলৈ যোৱাৰপৰা ৰেহাই পাবলৈকেই সিহঁতে সেই বয়সলৈকে চুৰিয়া নিপিন্ধাকৈ থাকিছিল। কাৰণ চুৰিয়া পিন্ধিলেই মুনিহৰ শাৰীত পৰিছিল আৰু যুঁজৰ সময়ত সকলো মুনিহেই কাঁড়ী-বাৰুৰতী হোৱাৰ নিয়ম আছিল।

তৰাদৈয়ে মনাইক চুৰিয়াখন পিন্ধাই দিছিল। সি একো বুজা নাছিল যদিও বেচ আনন্দ পাইছিল— সি অন্ততঃ লগৰ-বোৰতকৈ ডাঙৰ বোলাব পাৰিব।

: আমাৰ ঘৰত কিবা সকাম পাতিছে নেকি অ' বৌ, মই যে চুৰিয়া পিন্ধিছোঁ ?

: নাই পতা সোণ, তই আজিৰপৰা চুৰিয়া পিন্ধিব লাগিব।

তৰাদৈয়ে মৰমেৰে কৈছিল। সি আনন্দতে কিৰিলিয়াই উঠিছিল— বাঃ বাঃ! মই এতিয়া হাতত হেংডান আৰু বান্ধ লৈ বঙাল মাৰিবলৈ যাম!

: মনে মনে থাক তই!

তৰাদৈয়ে তাৰ গালত এচৰ সোধাই কৈছিল। সি থৰমৎ খাই গৈছিল। পাছমুহূৰ্ত্ততে তৰাদৈয়ে তাক সজোৰে সাবটি ধৰিছিল।

সাঁজ লগাৰ সময়ত স্বয়ং চাউদাং বৰুৱা আহি তৰাদৈৰ চোতালত থিয় দিছিল। তৰাদৈয়ে সেইসময়ত মাটিৰ চাকিগছৰ শলিতাডাল আগবঢ়াই দিছিল। জেঠমহীয়া বতৰত তৰাদৈৰ দুগালেদি ঘাম বৈ আহিছিল। উঠন বক্ষদেশো ৰিহাৰ তলৰপৰা আংশিকভাবে ওলাই আহিছিল। চাউদাং বৰুৱাই কিছুসময় তেওঁৰ লোলুপ দৃষ্টি তৰাদৈৰ নিপোটল স্তনত থাপি গলখেকাৰি মাৰিছিল। শব্দ শুনি তৰাদৈয়ে চমকি মূৰ তুলি চাই তেওঁক দেখি মুছকঁছ যোৱাৰ নিচিনা হৈছিল। তাই থিয় হৈ ওৰণিখন দীঘলকৈ টানি লৈছিল।

: হেৰৌ গাভৰু, —চাউদাং বৰুৱাই গলগলীয়া মাতেৰে কৈছিল— অকল ওৰণি ল'লে কি হ'ব, তোৰ উদং বুকুখনো ঢাক। তৰাদৈয়ে দ্বিতীয়বাৰলৈ চমকি ৰিহাৰে উদং বক্ষ ঢাকিছিল। তাই ভয়তে কাঠ হৈ গৈছিল। তাইৰ অণ্ঠ-কণ্ঠ শুকাই গৈছিল। তাইৰ থিয় দি থকাৰ শক্তিকণো যেন শেষ হৈ গৈছিল। সেয়ে তাই দুৱাৰৰ পোলাত আঁউজি দিছিল। এনেতে মনাই ভিতৰৰপৰা 'অ' বৌ ভোক লাগিছে' বুলি ওলাই আহিছিল। তৰাদৈয়ে তাক সাবট মাৰি ধৰি কৰুণ কণ্ঠেৰে কৈছিল— দেউতা, মোৰ পোক ৰেহাই দিয়ক। দুখুনীৰ আগলৈ নাই পাছলৈ নাই, এই একেটাই পো।

: হেৰৌ গাভৰু, —চাউদাং বৰুৱাই কৈছিল— তই দেখিছোঁ চুৰিয়া পিন্ধাই তোৰ ল'ৰাক মুনিহৰ ৰূপ দিছ। বেছ বেছ! পাছে তোৰ সেই অনা ডেইছে! ৰজাঘৰত ইয়াৰ বয়সৰ কথা লিখা আছে নহয়। বছৰৰ লেখেৰে ই দহ বছৰ পাৰ হৈ এঘাৰতহে সোমাল! আৰু আমাৰ স্বৰ্গদেউৰ সৰু কুঁৱৰীৰ ল'ৰাৰো দহ বছৰহে হৈছিল। তোৰ পো কিন্তু কোঁৱৰৰ ওমলাৰ ভাল লগৰী হ'ব দেই।

কৈয়েই তেওঁ ঢেক্‌ঢেকাই হাঁহিছিল। তেওঁৰ হাঁহিটোৱে ৰজা-

ঘৰৰ কমাৰশালৰ নিয়াৰিত থোৱা তপত লোৰ ওপৰত মৰা প্ৰকাণ্ড হাতুৰিটোৰ কোবৰ নিচিনাকৈ তৰাদৈৰ বুকুত আঘাত কৰিছিল।

: আৰু এটা কথা নহয়! —খন্তেক বৈ চাউদাং বৰুৱাই হাচতিৰপৰা তামোল এখন উলিয়াই মুখত ভৰাই এজেবা চুণ জিভাত সানি কৈছিল— তোৰ একেটাই পো বুলি তই মিছায়ে দুখ কৰিছ। গছ আছে যেতিয়া ফলৰনো কি আকাল লাগিছে! তোৰ এতিয়াও বয়স যোৱা নাই নহয়। এতিয়ামানে তোৰ একুৰি পাঁচ কি ছয় বছৰ মানহে হ'ল!

তৰাদৈয়ে দুয়ো হাতৰ তলুৱাৰে তাইৰ কাণ ঢাকি পেলাই-ছিল। চাউদাং বৰুৱাৰ কথাবোৰে তাইক বিছাই ডকাদি ডাকিছিল।

বাৰীৰ ঢাপত শিয়ালে হোৱা দিছিল। চোতালৰ এমূৰে থকা শিমলুজোপাত ফেঁচা এটাই চিঁ চিঁয়াই উঠিছিল। মাটিলৈ চাই থকা তৰাদৈয়ে চাউদাং বৰুৱাৰ পয়জাৰ পিন্ধা ভৰিহাল দেখি উচপ্ খাই দুখোজ পিচুৱাই গৈছিল। এই পয়জাৰযোৰ স্বৰ্গদেৱে চাউদাং বৰুৱাক মৰমতে উপহাৰ দিছিল বুলি চেনিচম্পাই তৰাদৈক কৈছিল এদিন।

ইতিমধ্যে মনায়ে মাকৰপৰা সঁহাৰি নাপাই আৰু বিশেষকৈ চাউদাং বৰুৱাৰ প্ৰকাণ্ড গোঁফ আৰু বৰ পাগ মৰা চেহেৰা দেখি ভয় খাই ভিতৰলৈ গৈ চাঙৰ তলত সোমাইছিল।

: গাভৰু! —তুলসীজোপাৰ কাষতে চিৰিক্‌কৈ পিক এসোপা পেলাই চাউদাং বৰুৱাই সৰু মাতেৰে কৈছিল— চেনিচম্পাই তোৰ পোক ৰেহাই দিবলৈকে মোক বৰকৈ ধৰিছে। তাই মোৰ মন পাই থকা গাভৰু। পিছে আমিবোৰ হ'লোঁগৈ তোৰ কিবা বোলেনে স্বৰ্গদেউৰ দাস। তেৰাই যি কৰিবলৈ কয়, তাকে কৰি-বলৈ বাধ্য। নহ'লে আমাৰ কান্ধৰপৰা মূৰ স্থুলকি পৰিব নহয়! তথাপি মই তোৰ পোক সৰুৱাবৰ চেষ্টা কৰিব পাৰোঁ। পাছে তই বা আক' কি ভাব! ধন-বিততো মোক নালাগে, তই সেই কথা শুনিবই পাব চেনিচম্পাৰ মুখে। লাগিলেওনো তই দিবি ক'ৰপৰা?

গভিকে মোৰো কান্ধৰ ওপৰত মূৰটো থাকক, সৰু কুঁৱৰীৰ ল'ৰায়ো ওমলাৰ লগ পাওক, নে কি কৱ তই ? —লগে লগে তেওঁ মুখখন তৰাদৈৰ মুখৰ ওচৰলৈ নিছিল। লাউপানীৰ ভেকেটা ভেকেট গোন্ধটো তৰাদৈৰ নাকত লগাত তাই আৰু এখোজ পিচুৱাই গৈছিল। চাউদাং বৰুৱাই ঢেক্‌ঢেকাই হাঁহি কৈছিল— তেনেহ'লে তোৰ পোক মাত, মই লৈ যাওঁ! সৰু কুঁৱৰীৰ ল'ৰাটো আবেলিয়েই ঢুকাল।

: ওঁহো, মোৰ পোক নিনিব, তাক নিনিব চাউদাং বৰুৱা দেউতা!

তৰাদৈয়ে দুৱাৰমুখত বৈ কান্দি কান্দি কৈছিল। তাইৰ কাপোৰ-কানিও অসংযত হৈ পৰিছিল। তাইৰ উন্মুক্ত বক্ষত খহটা হাত এখন থৈ চাউদাং বৰুৱাই ফুচ্‌ফুচাই কোৱাদি কৈছিল— তেনেহ'লে মই মাজনিশা আহিম গাভৰু! তই সাৰে থাকিবি কিন্তু।

চাউদাং বৰুৱাই তেওঁৰ কথা ৰাখিছিল। তেওঁ তৰাদৈ আৰু মনাইক সিদিনাই পুৱানিশা পলুৱাই নি নিজৰ পামৰ ঘৰত আনে নজনাকৈ এমাহ ৰাখিছিল। আনকি চেনিচম্পায়ো সেই কথা জনা নাছিল। চেগ বুজি এদিন তেওঁ লগত বিশ্বাসী টাঙোনধৰা কেইটামান দি তৰাদৈ আৰু মনাইক সলাল গোঁহাইৰ ওচৰলৈ পঠিয়াইছিল। তৰাদৈৰ প্ৰথম বৰষুণৰ পানী পাই চিকুণ হোৱা মাহুৰ নিচিনা দেহটোৰ লোভ এৰিব নোৱাৰি সলাল গোঁহায়েও তাইক তিনিমাহ কাল গোহাঞনীয়ে নজনাকৈ নিজৰ ভোগদখলত ৰাখিছিল। ফটিকাৰ বাগিৰ নিচিনাকৈ তৰাদৈৰ ৰূপৰ বাগি কাটি যোৱাৰ লগে লগে গোহাঁয়ে তেওঁৰ কাষৰে স্বৰ্গদেউৰ থাপিত কছাৰী ৰাজ্যলৈকে তাইক পঠিয়াই দিছিল। চাউদাং বৰুৱাৰ চিনাকি কছাৰী ৰজাৰ বিবয়া এজনে নি লিহঁতক এডিমাৰ ৰাজমাওক, তেডিমাৰ ৰাণীক ভেটিছিল। তৰাদৈক সগৰ্ভা দেখি ৰাণীয়ে যতন কৰি নিজৰ ভঁৰালঘৰত মাক-পুতেকক ঘৰ এটা সজাই ৰাখিছিল।

তাতেই প্ৰসৱৰ সময়ত অধিক ৰক্তক্ষৰণৰ ফলত তেওঁৰ মৃত্যু হৈছিল আৰু তাই জন্ম দিয়া কন্যা সন্তানটিও কিছুদিন পাছতে ঢুকাইছিল। তাৰ পাছৰেপৰা মনাই ৰজাঘৰৰ গৰখীয়া হৈছিল। ডেকা বয়সত মনায়ে সলাল গোহাঁইৰ বিলতীয়া প্ৰজাৰ জীয়ৰী দেহেশ্বৰীক পলুৱাই আনিছিল। স্বৰ্গদেৱৰ আশ্ৰিত ৰজাৰ গৰখীয়াই নিয়া বাবে সলাল গোহাঁয়ে কোনো গণ্ডগোল কৰা নাছিল। তদুপৰি তেওঁ সেই সময়ত ৰাজ ভগনত ব্যস্ত হৈ থাকিব লগা হোৱা বাবে বিলতীয়া প্ৰজাৰ অভাব-অভিযোগৰ প্ৰতিও চকু দিব পৰা নাছিল।

শাহুয়েকৰ দুখ-দুৰ্দশাৰ কথা দেহেশ্বৰীক ৰাজমাওৱেই এদিন কৈছিল।

চাংমাইশালত চাংমায়ে সোণৰ মাইহাণ্ডত ৰজাৰ আহাৰ যতনাই দিলে। কাষতে কাঁহৰ মাইহাণ্ডত ৰজাৰ সহোদৰ সেনাপতিৰ বাবেও দিলে। ৰজা আৰু সেনাপতিয়ে তেওঁলোকৰ কাষত থোৱা ভোগজৰাৰপৰা পানী ঢালি চৰিয়াত হাত ধুই খাবলৈ বহিল। কিছু আঁতৰত ওৰণিৰে মুখ প্ৰায় ঢাকি থোৱা অবস্থাৰে মহাৰাণী থিয় দি থাকিল। মহাৰাজে খোৱাৰ সময়ত মহাৰাণীয়ে নিজেই তদাৰক কৰে। হুজনী লিগিৰীয়ে প্ৰকাণ্ড বিচনী দুখনেৰে ৰজা আৰু সেনাপতিক বা' দিব ধৰিলে।

: মহাৰাণী, চম্পা ক'ত? তাইক্লো মাতা!

ৰাজকুমাৰী চম্পা মহাৰাজৰ চকুৰ মণি। সেয়ে তেওঁ ৰাজকুমাৰীক কাষতে বহুৱাই খুৱায়।

: তুমি দেৱতা আৰম্ভ কৰা; তুলাৰাম, তুমিও খোৱা। তাই পায়হিয়েই লাগে! —মহাৰাণীয়ে ক'লে অনুচ্চ কণ্ঠেৰে। দেওৰেকক মহাৰাণীয়ে নামকাঢ়িয়েই মাতে। —ওঁ, তাই পালেহিয়েই। চাংমাই, ৰাজকুমাৰীৰ আহাৰ দে।

: তই পলম কৰিলি অ' আই চম্পা!

লয়লাস ভংগিমাৰে চাংমাইশাললৈ সোমাই অহা ৰাজকুমাৰীক দেখি মৃদু হাঁহিৰে ৰজাই ক'লে।

: মোৰ স্নান কৰাত পলম হ'ল আফা! —এক মৃদু হাঁহিৰে ৰাজকুমাৰীয়ে ক'লে।

ইতিমধ্যে চাংমায়ে সোণৰ মাইহাঙত ৰাজকুমাৰীৰ বাবে আহাৰ দি গ'ল।

: আফা, খোৱা! —ভোগজৰাৰ পানীৰে হাত ধুই ৰাজকুমাৰীয়ে দেউতাকৰ মুখলৈ চাই ক'লে। এইবাৰ তেওঁ খুৰাকৰ মুখলৈ চাই মিহি মাতেৰে ক'লে— দাদৈ, তুমিও খোৱা।

তেওঁলোকে খাবলৈ ধৰিলে। ৰজা আৰু সেনাপতিয়ে খোৱাৰ সময়ত দেশৰ সমস্যাবোৰৰ বিষয়েও আলোচনা কৰিব ধৰিলে। মহাৰাণীৰ নিৰ্দেশত চাংমায়ে তেওঁলোকক মাজে মাজে ভাত-তৰকাৰী দি গ'ল। ৰাজকুমাৰীয়ে কিন্তু নিমাতে তথা লাহে লাহে খাব ধৰিলে।

: মহাৰাজ, আহোম ৰাজ্য আক্ৰান্ত হোৱাৰ উপক্ৰম হৈছে।

: কি প্ৰকাৰে?

সেনাপতিৰ কথা শুনি ৰজাই আচৰিত হৈ সুধিলে। পাতত দিয়া পাভ মাছ এটাৰ এচকল মুখত ভৰাই চোবাই চোবাই সেনাপতিয়ে ক'লে— ত'ৰ গুৱাহাটীৰ বৰফুকনে চেংধৰাৰ মুখে জানিব পাৰিছে, দিল্লীৰ পাটচাহে হেনো গুৱাহাটী লোৱাৰ বাবে কোৰোক কাৰাক কৰিছে। বংগৰ নবাবে সেইবাবে সৈন্যবোৰৰ কুচ-কাৱাজ আৰম্ভ কৰি দিছে। অগণন বৰকাওজে চুৰকৈ ৰঙামাটি পাৰহৈ আহিবলৈকে চেষ্টা কৰিছে। কিছুসংখ্যক বৰফুকনৰ চকীয়াল বৰুৱাৰ হাতত ধৰাও পৰিছে। বৰফুকনে স্বৰ্গদেৱক বতৰা দিবলৈকে গড়গাঁৱলৈ কটকী পঠিয়াইছে। যাওঁতে কটকীয়ে সলাল গোহাঁইকো বুজ দি গৈছে। সেয়ে সলাল গোহাঁয়ে আমাক আৰু লগতে জয়ন্তীয়া ৰজাকো সষ্টম হৈ থাকিবলৈকে টানি অনুৰোধ জনাই চৰীয়া পঠিয়াইছে।

সেনাপতিৰ কথা শুনি ৰজাই কিছুসময় চিন্তা কৰি ক'লে— আমাৰ সৈন্য-সামন্ত কিমান আছে তৈয়াৰ হৈ?

: কুৰি হাজাৰৰ কিছু বেছি।

: আৰু কিমানমান ওলাব পাৰে ?

সেনাপতিয়ে মনে মনে কিছুসময় হিচাপ কৰি ক'লে— আমাৰ নিজৰ মানুহ আৰু দহ হাজাৰ, লালুঙৰ পাঁচ হাজাৰ আৰু মিকিৰৰ পাঁচ হাজাৰমান ওলাব। দেহানবো এহাজাৰমান ওলালেও ওলাব পাৰে।

: ওলাব পাৰে নহয়, ওলাবই লাগিব। —ৰজাই গম্ভীৰ হৈ ক'লে— পাছে অস্ত্ৰ-শস্ত্ৰ ?

: অস্ত্ৰ-শস্ত্ৰ হ'ব। তদুপৰি উপৰুৱা অস্ত্ৰ-শস্ত্ৰৰ বাবে কমাৰ-শালৰ বিষয়াক হুকুম শুনাই থ'ব লাগে।

ৰজা আৰু সেনাপতিয়ে চৰিয়াত মুখ ধুই দাঁত খৰকিয়াবলৈ ধৰিলে।

: বঙালক ভেটিবই লাগিব অহমৰ লগ হৈ। —এটা সময়ত ৰজাদেৱে ক'লে। সেনাপতিয়ে মূৰ দুপিয়াই শলাগি ৰাজকুমাৰীৰ মুখলৈ চাই চেনেহৰ হাঁহি মাৰি সুধিলে— তই ভয় খাইছ নেকি অ' আই চম্পা ? ভয় নাই, বঙাল আমাৰ এইখিনি নাপায়হি।

: নাই খোৱা দাদে। —ৰাজকুমাৰীয়ে হাঁহি ক'লে— বঙাল আহিলে আমিও ৰণলৈ যাম নহয়।

: তই নালাগে অ' আই ! —সেনাপতিয়ে তাইৰ মূৰত হাত বুলাই চেনেহসনা মাতেৰে ক'লে।— পিছে এটা কথা, তই ফুৰি-বলৈ যাওঁতে লগত সৰহকৈ গা-ৰখীয়া নিবি। সিদিনা হেনো তোক দেহান গৰখীয়াটোৱে অপমান কৰিছিল ? তই তাক শাস্তি দি ভালেই কৰিছ। এইবাৰ চাবি তাকেই পোনতে বঙাল মাৰিবলৈ পঠিয়াম !

ৰাজকুমাৰী চম্পাৰ বুকুখন চিৰিং কৰি উঠিল। তেওঁৰ উজ্জ্বল মুখমণ্ডল কিছুপৰিমাণে ম্লান পৰিল। এবাৰ তেওঁ ৰজাৰ মুখলৈ আনবাৰ সেনাপতিৰ মুখলৈ চাই কওঁ নকওঁকৈ ক'লে— মোৰ এটা প্ৰাৰ্থনা আছিল আজা !

: কি প্ৰাৰ্থনা আই তোৰ ?

ৰজাই চেনেহেৰে সুধিলে।

: তিলেশ্বৰক মোৰ প্ৰধান গা-ৰখীয়া কৰিব খোজোঁ।

ৰজা আৰু সেনাপতি আকাশৰপৰাহে পৰিল যেনিবা। তেওঁলোকে এনে এক প্ৰাৰ্থনাৰ কথা সপোনতো ভাবিব পৰা নাছিল।

: কিন্তু সিতো গৰখীয়াহে মাথোঁ। যুদ্ধ কৰাৰ অভিজ্ঞতা তাৰ নাই। সি কিদৰে তোৰ প্ৰধান গা-ৰখীয়া হ'ব আই ?

সেনাপতিয়ে আচৰিত হৈ সুধিলে।

: যুদ্ধ কৰাৰ অভিজ্ঞতা নাথাকিলেও তেওঁ সাহসী ; তদুপৰি বীৰো। মই তাৰ প্ৰমাণ পাইছোঁ। —ৰাজকুমাৰীয়ে সাহসেৰে ক'লে।

: তই কি কৰ তুলাৰাম ?

ৰজাই লিগিৰীয়ে আগবঢ়াই দিয়া বঁটাৰপৰা তামোল এখন মুখত ভৰাই সেনাপতিক সুধিলে।

: তাই বিচাৰিছে যদি সেয়েই হওক !

: আৰু এটা কথা !

ৰজাই প্ৰশ্নবোধক চাৱনিৰে ৰাজকুমাৰীৰ মুখলৈ চালে।

: দাদৈ, মোৰ প্ৰধান গা-ৰখীয়াক তুমি যুঁজলৈ নিব নোৱাৰা !

আচৰিত হ'ল যদিও সেনাপতিয়ে প্ৰশ্ৰয়ৰ হাঁহি মাৰি ক'লে— আই অ' চম্পা, নিনিওঁ বাৰু তাক। আৰু কিবা আছে নেকি ?

: নাই।

ৰাজকুমাৰীয়ে কৃতজ্ঞচিত্তেৰে ক'লে। সেনাপতিয়ে লাহেকৈ তেওঁৰ গালত চৰিয়াই হাঁহি হাঁহি চাংমাইশালৰপৰা ৰজাৰ সতে ওলাই গ'ল।

নৈৰ পাৰৰ মুকলি ঠাইডোখৰ লোকে লোকাৰণ্য হৈ আছিল। প্ৰকাণ্ড আঁহত গছজোপাৰ তলত বাথৌ পূজা হৈছিল। সেন্দুৰেৰে লিপি থোৱা সি.জৌ বা সিজু গছ এজোপাক ভক্তিভাবে ষোড়শো-পচাৰে পূজা দিয়া হৈছিল। নাৰ্জিয়াৰীয়ে বড়ো ভাষাত অনৰ্গল মন্ত্ৰ মাতি গৈছিল—

হে মোদায়নিবো মোদায়।
দেৰহাগোৰা বাথৌব্ৰায়॥
হা-নখ্ৰাংমানি গুদি-বিজৌ।
খুলুমহৰো জৌডো নোংথৌ॥

হে দেবাদিদেৱ, আমাক সদায়ে ৰক্ষা কৰি থাকা। মহান বাথৌ দেৱতা, তোমাক আমি প্ৰণাম জনাওঁ।

ছিফুঙৰ সুৰে সুৰে, খাম আৰু খাৰাঙৰ তালে তালে বুকুত মেঠনি মৰা গাভৰুসকলে লয়লাস ভংগিমাৰে খেৰাই নাচিছিল। গাভৰুহঁতৰ ধীৰ-গম্ভীৰ নৃত্যৰ ছন্দই ডেকাহঁতৰ বক্ষত মৃদু কম্পন সৃষ্টি কৰিছিল। বয়োজ্যেষ্ঠসকলৰ মনলৈ সেই নৃত্যৰ ছন্দই এক সমাহিত ভাব আনি দিছিল।

হঠাতে মানুহৰ মাজত এক মৃদু গুণগুণনিৰ সৃষ্টি হ'ল। কন্ঠে-কৰ বাবে ছিফুঙৰ সুৰ থমকি ৰ'ল। প্ৰকাণ্ড মাদলত চাপৰ মাৰি

থকা খাম বজোৱা পাহোৰাল ডেকাইতৰ হাত বৈ গ'ল। কাঁহৰ তাল ছুপাট লগলগাই শব্দ কৰিবলৈকে খাৱাং বজোৱা ডেকা চাৰিজনে পাহৰিলে। ফলত নৃত্যৰতা গাভৰুইতো থমকি ৰ'ল।

গা-ৰখীয়াৰে পৰিবেষ্টিত প্ৰথমখন দোলাৰপৰা মহাৰাণী নামিল! দ্বিতীয়খনৰপৰা ৰাজকুমাৰী চম্পাক হাতত ধৰি ৰংদৈ লিগিৰীয়ে নমালে। তৃতীয়খনৰপৰা নামিল সেনাপতিৰ পত্নী। আনছুখন দোলাৰপৰা সেনাপতিৰ ল'ৰা-ছোৱালীহাল নামিল। বাইজে মূৰ দোঁৱাই তেওঁলোকক সন্মান দেখুৱালে। কঠ পাৰি বহি থকা বুঢ়া-মেথাসকলেও থিয় দি মহাৰাণী-ৰাজকুমাৰীক প্ৰণাম জনালে। মহাৰাণী আৰু ৰাজকুমাৰীয়ে ওঁঠত মিচিকিয়া হাঁহিৰে সকলোকে সম্ভাষণ জনালে। মহাৰাণীয়ে সৰুকৈ ৰংদৈক কিবা ক'লে। লগে লগে ৰংদৈ ঘোঁৰাৰ ওপৰত উঠি থকা তিলেশ্বৰৰ কাষ পালেগৈ।

ঃ তোমাক মহাৰাণীয়ে মাতিছে তিলেশ্বৰ।

ৰংদৈ লিগিৰীৰ কথা শুনি তিলেশ্বৰ ঘোঁৰাৰপৰা নামি পৰিল। দেহৰক্ষী এটাই আগবাঢ়ি আহি ঘোঁৰাটোৰ লেকামডাল ধৰিলে। তিলেশ্বৰে ৰংদৈৰ পাছে পাছে মহাৰাণীৰ ওচৰলৈ গ'ল। ৰাজবিষয়াৰ সাজ-পাৰেৰে দেখনীয়াৰ হৈ পৰা তিলেশ্বৰৰ ঋজু দেহটোলৈ চাই চাই কেবাজনী গাভৰু মোহ গ'ল।

ঃ তিলে, তই চম্পাৰ কাষতে থাক।

তিলেশ্বৰে অভিবাদন কৰাৰ লগে লগে মহাৰাণীয়ে ক'লে। তাৰপিছত তেওঁ ৰংদৈলৈ চাই কিবা ইংগিত দিলে। ৰংদৈ আকৌ দোলাৰ কাষলৈ গৈ তামোল-পাণৰ শৰাই এখন আনি মহাৰাণীৰ আগত থ'লে। মহাৰাণীয়ে ৰাজকুমাৰী আৰু জা'ফলৈ এবাৰ চাই ৰাইজলৈ শৰাইখন আগবঢ়াই আঁঠু ল'লে। ৰাজকুমাৰী আৰু সেনাপতিৰ পত্নীয়েও আঁঠু ল'লে। বাইজে আশীৰ্বাদ দিলে তেওঁ-লোকক। এইবাৰ তেওঁলোকে পূজাৰ বেদীৰ ওচৰলৈ গৈ সেৱা কৰিলে। নাৰ্জিয়াৰীয়ে মন্ত্ৰ মাতি আশীৰ্বাদ কৰিলে।

ছিফুং, খাম আৰু খাৱাং আকৌ বাজি উঠিল। গাভৰুহঁতে আকৌ নৃত্য আৰম্ভ কৰিলে। কেইজনীমানে নচাৰ সময়তো তিলেশ্বৰলৈ চাবলৈ নেৰিলে। কপালত হীৰাৰ চিটিপটি, গলত লো, নাকত লং, হাতত খা-ছান, আঙুলিত হা-ছিথাম, দেহত মেজাংকৰি পাটৰ দখ্‌না আৰু ফালিৰে অপেশ্বৰীৰ নিচিনা হোৱা ৰাজকুমাৰী চম্পাৰ ফাললৈ ডেকাহঁতে চুৰকৈ চালে। কাষতে থিয় দি থকা ৰূপহ তিলেশ্বৰৰ প্ৰতি সিহঁতৰ কোনো কোনোৱে ঈৰ্ষাও অনুভৱ কৰিলে।

ইতিমধ্যে মহাৰাণীৰ অনুমতি লৈ ৰংদৈ লিগিৰীয়ে নৃত্যত যোগ দিলে। তাইৰ লয়লাস ভংগিমাই আনবোৰ গাভৰুক ম্লান কৰি পেলালে। ডেকাবোৰে এইবাৰ যেন অকল তাইকহে উৎসাহ দিবলৈ ধৰিলে।

: আই মাতৃ! —হঠাতে তিলেশ্বৰে মহাৰাণীৰ সমুখত আঁঠু লৈ ক'লে। মহাৰাণীয়ে প্ৰশ্নবোধক চাৱনিৰে তালৈ চালে। —আপোনাৰ আজ্ঞা পালে এই বন্দীয়েও এবাৰ ছিফুঙত ফু দি চাব পাৰোঁ।

: হয়নেকি? বজাগৈ তেনে!

মহাৰাণীৰ আজ্ঞা পোৱাত তিলেশ্বৰে নৃত্যস্থলিলৈ গৈ ডেকা এজনৰপৰা ছিফুং এটা লৈ ফু দিলে। ছিফুঙে যেনিবা প্ৰাণহে পালে। আনবোৰ ডেকায়ো ছিফুং বজাবলৈ এৰি সপ্ৰশংস দৃষ্টিৰে তালৈ চালে। তিলেশ্বৰৰ ছিফুঙৰ সুৰে সুৰে গাভৰুহঁতে হালিজালি নাচিব ধৰিলে। কিছুসময় একমনে ছিফুং বজোৱাৰ পাছত সি এক অদ্ভুত কাম কৰিলে। সি নৃত্যৰতা ৰংদৈৰ কাষলৈ গৈ কন্তেক তাইলৈ চালে ছিফুং থমকি ৰ'ল; নৃত্য থামি গ'ল। ৰংদৈয়েও অদ্ভুত চাৱনিৰে তালৈ চালে। হঠাতে চাৰিওফালে নিজম পৰিল। আন আন নাচনী গাভৰুহঁতে এটা সময়ত উচপিচাবলৈ ধৰিলে। দৰ্শকসকলৰ মাজতো মৃদু গুণগুণনি উঠিল। আৰু ঠিক তেনেতে তিলেশ্বৰে ছিফুঙত ফু দিলে। খাম আৰু খোৱাঙো

বাজি উঠিল আৰু এটা সমৱেত নাকেৰে এক দীৰ্ঘ নিশ্বাস এৰি দি ৰংদৈয়ে নাচিবলৈ ধৰিলে। তাইৰ এই নৃত্যই যেনিবা ছিলদল ভাঙি ৰৰদৈছিখ্‌লাকহে মাতি আনিব, দৰ্শকসকলৰ এনে লাগিল।

: তিলেশ্বৰে বৰ সুন্দৰ ছিফুং বজায় অ' ৰত্নেশ্বৰৰ মাক, আৰু ৰংদৈয়েও বৰ ভাল নাচে। —মহাৰাণীয়ে ৰাজকুমাৰীৰ খুৰী-য়েকক ক'লে। পাছমুহূৰ্ত্ততে এক প্ৰশ্ৰয়ৰ হাঁহি মাৰি মহাৰাণীয়ে ক'লে— সিহঁতহাল কিন্তু বেছ মিলিবদেই!

মহাৰাণীৰ এইষাৰ কথা নহয়, তেওঁ জীয়েকৰ পিঠিত চমতাৰে কোবালেহে যেনিবা, এনেভাবত ৰাজকুমাৰী চম্পাই চমকি তেওঁলৈ চালে। পাছমুহূৰ্ত্ত্ত তেওঁ মুখ ঘূৰাই তিলেশ্বৰহঁতৰ ফাললৈ চালে। আৰু ধীৰে ধীৰে তেওঁৰ সুন্দৰ কোমল মুখমণ্ডল কঠিন হৈ পৰিল।

নৃত্য শেষ হোৱাৰ কিছুপৰৰ পাছতে কুকুৰা আৰু গাহৰি বলি দিয়া হ'ল। তাৰপাছতে দেওধনি উঠিল। সংগীতৰ তালে তালে দেওধনিয়ে নৃত্য কৰিব ধৰিলে। এপাকত বলি দিবলৈ অনা পাৰ এযোৰ বৃদ্ধ এজনৰ হাতৰপৰা আঁজোৰ মাৰি নি জঁক দিয়া মানুহজনে নেলু ছিঙি ৰক্তপান কৰিলে। পিছপাকতে তেওঁ ওপৰমুৱাকৈ মাটিত ৰখা বলিকটা দাখনৰ ওপৰত জঁপিয়াই পৰি নৃত্য কৰিব ধৰিলে। ডিঙিত জবাফুলৰ মালা আৰু জপৰা চুলিৰে ক'লা মানুহটোৰ হুয়ো কোৱাৰিয়েদি তেজ বৈ গ'ল। নাৰীসকলে তেনে ভয়াবহ দৃশ্য দেখি শিঞৰি উঠিল। সৰু ল'ৰা-ছোৱালী-বোৰৰ কোনো কোনোৱে ভয়তে কান্দি দিলে। ৰাজকুমাৰী চম্পায়ো নিজৰ অজ্ঞাতে কাষতে থিয় দি থকা তিলেশ্বৰৰ বাহু এটাত খামোচ মাৰি ধৰিলে।

নাৰ্জিয়াৰীয়ে এখন তামোল-পাণৰ শৰাই ভক্তিভাবেৰে আগবঢ়াই হাতযোৰ কৰি দেওধনিক সুধিলে— এইবাৰ খেতি-বাতি কেনে হ'ব, বজা আৰু ৰাইজৰ শ্ৰীবৃদ্ধি কেনে হ'ব দেৱে কৃপা কৰি জনালে ধন্য মানিম।

কিন্তুসৰৰ কোনো উত্তৰ নাই। ৰাইজেও নিস্তব্ধ হৈ অপেক্ষা

কৰিলে।৮ এটা সময়ত এক বিকট শব্দ কৰি দেওধনি ৰ'ল। পিছমুহূৰ্ত্তত ভয়াবহ মাতেৰে ক'লে— খেতিবাতি ভাল হ'ব, ৰজা-ৰাইজৰ শ্ৰীবৃদ্ধি হ'ব! কিন্তু সমুখত বিপদ আহিছে। সাজু হ!

: কি-বা বিপদ, আমি মূৰ্খমতিয়ে নাজানি মৌদাইৰ কিবা দোষ লগালোঁ নেকি?

নাৰ্জিয়াৰীয়ে শংকিত কণ্ঠেৰে সুধিলে। দেওধনিয়ে পোনতে মুখেৰে হুক্ হুক্ শব্দ কৰি ক'লে— মৌদাইৰ কিবা দোষ! এৰা, দেৱতাৰ দোষ নিশ্চয় লগাইছ। যোৱাবাৰ আইথানত তইঁতে বুঢ়ী বাথৌৰ দোলা কঢ়িয়াবলৈ দিয়া মানুহকিটাৰ হুটাৰ জো আছে। ছায়া-ছলিও আছে।

দেওধনিৰ উত্তৰ শুনি ৰাইজে ভয় খালে। দেবীপীঠত যোৱাবাৰ দুৰ্গাপূজাত দোলা কঢ়িয়াবলৈ দিয়া দহজন মুনিহৰ ভিতৰত দুজনৰ তিৰোতা আৰু ল'ৰা-ছোৱালী থকাৰ কথা ৰাইজে জনা নাছিল। নাৰ্জিয়াৰীৰ মুখ শুকাই টেমি যেন হ'ল; কাৰণ মানুহ-কিটাক প্ৰথমে তেৱেঁই পৰীক্ষা কৰিছিল। তথাপিতো তেওঁ সাহস গোটাই ক'লে— আমি নাজানি মৌদাইৰ দোষ লগালোঁ। তাৰ বাবে আমাক আয়ে নিজ গুণে মাৰ্জনা কৰিব। মানুহকিটা লালুং-ইঁতে দিয়া। বছৰি সিহঁতে দিয়ে। কি কৰিলেনো আমি মৌদাইক সন্তুষ্ট কৰিব পাৰিম, পুত্ৰসবক জনাব লাগে।

: ভাটিৰ ফালৰপৰা বৰদৈছিখ্‌লা আহিব ধৰিছে। তাইক ৰোধিবৰ নিমিত্তে পাহোৱাল পুৰুষৰ প্ৰয়োজন। অহা দুৰ্গা-পূজাত দিবি।

অলপ সময়ৰ পাছতে দেওধনিয়ে এক বিকট চিঞৰ মাৰি কঁপি কঁপি মাটিত ঢলি পৰি জ্ঞান হেৰুৱালে।

'যোগিনীতন্ত্ৰ'ৰ মতে, ভগবতীয়ে এদিন শিবক সুধিলে— 'পৃচ্ছামি ত্বাং ৰহঃ কিঞ্চিৎ কামাখ্যা কা বদস্ব মে। কামাখ্যা কোন কোৱাচোন মোক।'

শিবই উত্তৰ দিলে— 'যা কালী পৰমা বিদ্যা ব্ৰহ্মৰূপা সনাতনী। কামাখ্যা সৈব দেবেশি সৰ্বসিদ্ধি বিনোদিনী॥ কামাখ্যা দেবী ব্ৰহ্মৰূপা সনাতনী। তেওঁ পৰম বিদ্যাৰূপৰা অভিন্না।'

কালীয়ে কিদৰে কামাখ্যা ৰূপ ল'লে সেই বিষয়ে শিবই ক'ব ধৰিলে—

ব্ৰহ্মাই সৃষ্টি ৰচনা কৰাৰ পাছত তেওঁৰ অহংকাৰ হ'ল। সৰ্বকামালয় বিশ্বখন কাৰ, ই কাৰ নিমিত্তে, ইত্যাদিবোৰ নজনাকৈয়ে তেওঁৰ মনৰ মাজত অহংকাৰ উপজিল। ব্ৰহ্মাৰ অহংকাৰ চূৰ্ণ কৰিবৰ নিমিত্তে দেবীয়ে নিজৰ শৰীৰৰপৰা কেশী নামৰ দৈত্য সৃষ্টি কৰিলে। দৈত্যই ব্ৰহ্মাক গ্ৰাস কৰোঁ বুলি খেদি গ'ল। ব্ৰহ্মাই বিষ্ণুৰ সহিতে পলায়ন কৰিলে। তেতিয়া দৈত্যই কেশীপুৰ নামৰ পুৰী এখন সজাই ত্ৰিলোকৰ প্ৰাণীসমূহক বধ কৰি ফুৰিব ধৰিলে। ব্ৰহ্মাণ্ডত ৰব উঠিল— 'ব্ৰহ্মাক মাৰ'। তেতিয়া ব্ৰহ্মাই বিষ্ণুৰ লগ হৈ অহংকাৰ ত্যজি কালী দেবীক স্তৱ কৰিব ধৰিলে। তাতে ভগৱতীয়ে সন্তুষ্ট হৈ তেওঁলোকক কি লাগে সুধিলে। কেশী

দৈত্যক নিধন কৰি তেওঁলোকক ৰক্ষা কৰিব লাগে বুলি তেওঁলোকে দেবীক প্ৰাৰ্থনা জনালে। দেবীয়ে ক'লে— 'হে ব্ৰহ্মা, বিশ্বব্ৰহ্মাণ্ড মায়াময়, ই কাৰো নহয়। কিন্তু ই তোমাৰ বুলি তোমাৰ মনত যে অহংকাৰ হৈছিল, সেই কাৰণেহে মই বিঘ্ন সৃজিছিলোঁ। এতিয়া তোমাৰ অহংকাৰ লুপ্ত হৈছে যেতিয়া মই এই বিঘ্ন দূৰ কৰিম।' —এইবুলি দেবীয়ে হুংকাৰ দিলে আৰু লগে লগে কেশী দৈত্য ভস্মীভূত হ'ল।

দেবীয়ে ব্ৰহ্মাক আদেশ দিলে— তোমাৰ অহংকাৰৰপৰা পাতক উপজিছিল। সেই পাপ খণ্ডন কৰিবৰ বাবে কেশী দৈত্যৰ ভস্মৰে ঘাঁহেৰে পৰিপূৰ্ণ পাহাৰ এখন ৰচনা কৰা। গৰুৱে ঘাঁহ খাই যিমানেই পাহাৰ মুকলি কৰিব, সিমানেই তোমাৰ পাপ ক্ষয় হ'ব।

ব্ৰহ্মাই কেশী দৈত্যৰ ভস্ম একত্ৰ কৰি কমণ্ডলুৰ পানী ছটিয়াই ঘাঁহেৰে ভৰি থকা এখন সৰু পাহাৰ সৃষ্টি কৰিলে। গৰুৱে এই পাহাৰৰ ঘাহ খাই হৃষ্ট-পুষ্ট হোৱাৰ কামনাৰে তেওঁ পাহাৰৰ নাম দিলে গো-বৰ্ধন।

তেতিয়া ব্ৰহ্মা-বিষ্ণুৱে আকৌ স্তৱ কৰিলে— হে দেবী, জগতৰ মংগলৰ বাবে তোমাৰ পদযুগল পূজিবৰ নিমিত্তে পৃথিৱীত স্থান এখনি নিৰ্দেশ কৰা।

দেবীয়ে ক'লে— হে বৎস বিষ্ণু, যি ঠাইত হুংকাৰ বীজ-মন্ত্ৰৰ দ্বাৰাই কেশী দৈত্যক ভস্ম কৰা হৈছে, সেই ঠাইতে তুমি আনে জানিব নোৱাৰাকৈ অতি সংগোপনে মোৰ অৰ্চনা কৰিবা। এই স্থান বিষ্ণুৰ ক্ৰীড়াস্থান হ'ব। এইটো মই নিশ্চিত কৰি ক'লোঁ। পূৰ্বতে মই বিষ্ণুক যি ইচ্ছাশক্তি দান কৰিছোঁ, সেই শক্তিয়ে মহালক্ষ্মী ৰূপ ধাৰণ কৰি বিষ্ণুক সেৱা কৰি থাকে। সেই শক্তিয়ে বৃন্দা (তুলসী) ৰূপ ধাৰণ কৰি ইয়াত উপজিব। আৰু বৃন্দাগছ লক্ষ্মীস্বৰূপা হ'ব। তেতিয়া এই কেশীপুৰৰ নাম বৃন্দাবন হ'ব। আৰু তোমালোকে তোমা, যি ঠাইত কেশী দৈত্যৰ বধৰ

নিমিত্তে তোমালোকে মোক স্তুতি কৰিছিলা, সেই ঠাইত মোৰ যোনিমণ্ডলৰ সৃষ্টি হৈছে। এই যোনিমণ্ডল সকলো বস্তুৰেই উৎপত্তি স্থান। গতিকে হে ব্ৰহ্মা, তুমি এই যোনিপূজা কৰি সৃষ্টি ৰচনা কৰিবা। কেতিয়াও কাৰোপৰা তোমাৰ ভয়ৰ কাৰণ নহ'ব।

ব্ৰহ্মাক উদ্দেশি দেবীয়ে পুনৰ ক'লে—তোমাৰ কায়িক, বাচিক আৰু মানসিক পাতক হৈছে। সেইবাবে তুমি মোৰ যোনি-পীঠ দৰ্শন কৰিব নোৱাৰা। গো-বৰ্ধন দৰ্শনৰপৰা তোমাৰ বাচনিক পাপৰ ক্ষয় হৈছে। আন দুটি পাপ ক্ষয়ৰ উপায় শুনা; তুমি ধ্যানযোগৰ দ্বাৰা নক্ষত্ৰলোকৰপৰা নক্ষত্ৰ এটি নমাই আনি সেই নক্ষত্ৰৰ আলোকেৰে পীঠস্থান দেখি তপস্যা কৰিবা। যেতিয়া নক্ষত্ৰৰ পোহৰ আৰু যোনিমণ্ডলৰ পোহৰ মিলি এক হ'ব, তেতিয়া তোমাৰ সকলো পাপ খণ্ডন হ'ব। তোমাৰ আৰু অন্যৰ হিতৰ বাবে পৃথিৱীৰ ভাৰতবৰ্ষত কামৰূপ নামে মহাস্থানত যোনিমণ্ডল স্থাপন কৰা হ'ল।

কামাখ্যাৰ যোনিপীঠ আৰু যোনিমণ্ডল পৃথক পৃথক ঠাই। যোনিপীঠ বিস্তৃত ভূমিখণ্ড। ইয়াৰ পৰিমাণ পাঁচ ক্ৰোশ। তাৰ ভিতৰত নীল নামে পৰ্বতৰ মনোৰম গুহাৰ ভিতৰত যোনিমণ্ডল আছে। এই পঞ্চ ক্ৰোশৰ ভিতৰত আন আন পৰ্বতো আছে। সিবিলাকৰ ভিতৰত প্ৰধান হ'ল ব্ৰহ্মশৈল, নীলশৈল, মণিপৰ্বত আৰু ভস্মাচল।

কালিকা পুৰাণে কিন্তু কামাখ্যাৰ বিষয়ে আন কথাহে কয়। দেবীয়ে গোপনে শিবৰসতে কাম সম্ভোগ কৰিবলৈ আহিছিল বাবে তেওঁৰ নাম কামাখ্যা হ'ল। 'কামাৰ্থমাগতা যস্মান্ময়া সাৰ্দ্ধং মহা-গিৰৌ। কামাখ্যা প্ৰোচ্যতে দেবী নীলকূটে ৰহোগতা॥' কামাখ্যাৰ অৰ্থ হ'ল 'কামা'। সেয়েহে দেবীৰ আন নাম কামা, কামদা, কামিনী, কান্তা, কামাংগদায়িনী।

কালিকা পুৰাণে আকৌ দক্ষ-যজ্ঞৰ পাছত সতীৰ অংগচ্ছেদৰ

বিষয়ে কৈছে— 'নীলকূটে ময়া সাৰ্দ্ধং দেৱী ৰহসি সংস্থিতা ॥ সত্যাস্তু পতিতং তত্ৰ বিশীৰ্ণ যোনিমণ্ডলম্ । শিলাত্বমগকচ্ছলে কামাখ্যা তত্ৰ সংস্থিতা ॥'

কামাখ্যা দেৱীৰ দুটা ভিন্ন ৰূপ; এটি সংহাৰ মূৰ্তি আৰু আনটি সম্ভোগ মূৰ্তি। সম্ভোগ মূৰ্তিত দেৱীয়ে হাতত ফুলৰ মালা লয় আৰু ৰঙা পদ্মফুলৰ ওপৰত উপবেশন কৰে। কিন্তু সংহাৰ মূৰ্তিত দেৱীয়ে হাতত খড়গ লৈ বগা প্ৰেত (মৰা শ)ৰ ওপৰত অবস্থান কৰে। এই সংহাৰ মূৰ্তি বৰ জাগ্ৰতা তথা ভয়ংকৰী।

কামাখ্যা দেৱীক সন্তুষ্ট কৰিবলৈকে স্বযং বিষ্ণুৱে ৰজা নৰকক উপদেশ দিছিল, 'কামাখ্যাং ত্বং বিনা পুত্ৰ নান্যাদেবং যজিষ্যামি ॥

বৃহৎ ধৰ্ম পুৰাণেও কামাখ্যাক শ্ৰেষ্ঠত্ব প্ৰদান কৰি দক্ষ-দুহিতাৰ অংগচ্ছেদৰ বিষয়ে উল্লেখ কৰি কৈছে 'তীৰ্থচূড়ামনিস্তত্ৰ যত্ৰ যোনি পপাত হ'।

কিন্তু এদিন বশিষ্ঠৰ শাপত নীলপৰ্বতৰ গুহাৰ যোনিমণ্ডলৰ-পৰা কামাখ্যা দেৱী অন্তৰ্হিতা হ'ল।

ব্ৰহ্মাৰ মানস পুত্ৰ বশিষ্ঠই নীলাচলত তাৰাদেৱীৰ আৰা-ধনা কৰি আছিল। এদিন তেওঁ কামাখ্যা দেৱীক পূজা দিয়াৰ মানসেৰে মন্দিৰৰ দ্বাৰত উপস্থিত হ'ল। প্ৰাতঃকালত পূজাৰীযে কামাখ্যা দেৱীৰ পূজা কৰাৰ সময়ত ৰজা নৰকে দুৱাৰ ৰখি থাকে। সেই সময়ত মন্দিৰৰ ভিতৰলৈ কোনো যাব নোৱাৰে। এয়া স্বয়ং বিষ্ণুৰ আদেশ। সেই ৰীতি অনুসৰি নৰকে বশিষ্ঠক ক'লে— বিপ্ৰ, তুমি এতিয়া ৰ'বা, মণ্ডলৰ ভিতৰলৈ নাযাবা। দেৱীৰ পূজা চলিছে। পূজাৰ অন্তত যাবা। তাতে বিপ্ৰৰ খং উঠিল। তেওঁ কমণ্ডলুৰ পানী লৈ কামাখ্যাক শাও দিলে— মাতৃ কামাখ্যা, ময়ো বামুণ আৰু ব্ৰহ্মাৰ সন্তান। তুমি মোৰ পূজাৰ অন্যথা কৰিলা। মই তোমাক এৰি গ'লোঁ। তোমাৰ গাত ব্ৰহ্মবধ পাতক লাগিব। আৰু তোমাৰ মহাপীঠত মোৰ শাও অনুসৰি আগলৈ কেতিয়াও জপ-পূজাৰ সিদ্ধি নহ'ব। —শাও দি বশিষ্ঠমুনি খাণ্ডব পৰ্বতলৈ গুচি গ'ল।

নিজৰ অন্তৰৰ জুইৰে দেহ ভষ্ম কৰি কামাখ্যা দেবী কৈলাশলৈ গৈ মহাদেৱত গোচৰ দি কান্দিব ধৰিলে। অভিশাপৰ বৃত্তান্ত কোৱাত মহাদেৱে তেওঁক আশ্বাস দি যোনিপীঠলৈ আহিল আৰু কালিকা মন্ত্ৰ জপিলে। মন্ত্ৰৰ দ্বাৰা শাপ খণ্ডন হ'ল। মহাদেৱে তেতিয়া আগৰ নিচিনাকৈ কামাখ্যাক যোনিমণ্ডলত স্থাপন কৰিলে।

কিন্তু কলিযুগত ব্ৰহ্ম শাপ ফলিবই লাগিব। এই সময়ত কামৰূপত দুৰাচাৰ, প্ৰজাপীডা, ৰোগ, কুমন্ত্ৰ আদি ভালেমান দোষ ঘটিব। তাত সদায় যুদ্ধ চলিব, দুৰ্বৃত্ততা সদায়েই থাকিব তথা দেৱতা, দানৱ আদিও উৎপীডক হ'ব। এই শাপৰ কাল-ডোখৰত যবন (মুছলমান), কুবাচ (কোঁচ), সৌমাৰ (আহোম) আৰু প্লব (ভুটিয়া)ত বাহিৰে কামৰূপত আন কোনো ৰজা নহ'ব।

ইমানলৈকে কৈ দেবীপীঠৰ তান্ত্ৰিক কামদেৱে কিছুসময় বিশ্ৰাম ল'লে। তেওঁৰ শিষ্য অঘোৰানন্দই তেওঁক এবাতি পানী দিলে। পানী বাতি ঘট্ ঘটকৈ পি তান্ত্ৰিকে শ্ৰোতামণ্ডলীলৈ চালে।

গুলচ ফুলৰ তলৰ বেদীত ব্যাঘ্ৰচৰ্মত তান্ত্ৰিক বহিছিল। তলত মহাৰাজ, মহাৰাণী আৰু ৰাজকুমাৰী চম্পা বহিছিল মৃগ-চৰ্মৰ ওপৰত। তেওঁলোকৰ পিছৰ শাৰীত ৰংদৈ, ধনমালা আৰু গুণবালা লিগিৰী বহিছিল। তেওঁলোকৰপৰা কিছু আঁতৰত ৰজাৰ দেহৰক্ষী সৈনিকবোৰে বননিত বহি তান্ত্ৰিকৰ ভাষণ শুনিছিল। তিলেশ্বৰে কিন্তু তেওঁলোকৰপৰা আঁতৰি মন্দিৰৰ পিৰালিত বহি আকাশলৈ চাই কিবা ভাবি আছিল। কেইজনমান সৈনিকে মন্দিৰলৈ উঠাৰ পথত হাতত খোলা তৰোৱাল লৈ পহৰা দি আছিল।

ৰাজকুমাৰীয়ে এনেয়ে এবাৰ পিছলৈ চালে। আকাশলৈ চাই তন্ময় হৈ থকা তিলেশ্বৰৰ মুখমণ্ডল দেখাৰ লগে লগে ৰাজ-কুমাৰী চম্পাৰ ভাল লাগি গ'ল। তেওঁ কিমান সময় তালৈ চাই আছিল তেওঁ নাজানে। কিন্তু কাৰোবাৰ দীৰ্ঘশ্বাসৰ শব্দত তেওঁ চমকি শব্দ অহাৰ ফাললৈ চালে। ৰংদৈ! তাইৰ জ্বলি উঠা

চকুহাললৈ চাবলৈকে ৰাজকুমাৰী চন্দ্ৰাৰ ভয়হে লাগিল যেনিবা! তেওঁ লৰালৰিকৈ মুখ ঘূৰাই তান্ত্ৰিকৰ জোঁ পান কৰা মানুহৰ নিচিনা ৰঙা পৰা চকুহাললৈ চালে। কিন্তু পাছমুহূৰ্ততে তেওঁৰ দৃষ্টি তললৈ নামি গ'ল।

: কলিযুগত বিশেষকৈ গোসানীক সন্তুষ্ট কৰি অপায়-অমংগলৰ হাত সাৰিবলৈকে নৰকুলে দেবীৰ আগত বলি-বিধান দি আহিছে।

তান্ত্ৰিক বামদেৱে তেওঁৰ ভাষণ আৰম্ভ কৰিলে।

কালিকা পুৰাণে দিয়া বলি-বিধান মতে, প্ৰায় সকলোবোৰ পশু-পক্ষীয়েই বলিৰ উপযোগিতাৰ ভিতৰত পৰে। যথা, সকলো চৰাই, কাছ, ঘৰিয়াল, কুম্ভিৰ, মাছ, ন বিধ হৰিণা, ম'হ, গুঁইসাপ, ছাগ, ৰুৰু নামৰ মৃগ, গাহৰি, গঁড়, কৃষ্ণসাৰ পহু, বাঘ, সিংহ, শৰভ, মানুহ, পূজাৰীৰ নিজ দেহৰ ৰক্ত আদি। সাধাৰণতে স্ত্ৰী জাতিৰ পশু-পক্ষী আৰু মাইকী মানুহ বলি দিয়াটো নিষেধ। বলি দিলে পূজক নৰকলৈ গতি কৰিব। কিন্তু য'ত গণবলি দিয়াৰ আবশ্যক, তাত মতা-মাইকী, স্ত্ৰী-পুৰুষৰ বাচ-বিচাৰ নাই। শিবই ভগবতীক কৈছে – 'মিথুনে দীয়মানে তু ন দোষো জায়তে প্ৰিয়ে।' অৰ্থাৎ মতা-মাইকী একেলগ কৰি বলি দিয়াত কোনো দোষ নহয়।

জীবভেদে বলিক তিনি ভাগত ভগোৱা হয়। যেনে — বলি, মহাবলি, আৰু অতিবলি। ছাগ— বলি; শৰভ— মহাবলি, আৰু নৰ— অতিবলি। 'বলিৰ্মহাবলিৰতিবলয়ঃ পৰিকীৰ্তিতাঃ। ছাগলাঃ শৰভশ্চৈব যথাক্ৰমাৎ ॥'

প্ৰাণতোষিণী তন্ত্ৰমতে, পঠা বলি দিলে ভগবতী সন্তুষ্ট হয় দহ বছৰৰ বাবে, ম'হ বলি দিলে এশ বছৰলৈ দেবী তুষ্টা হয়। কিন্তু নৰবলি দি দেবীক এহাজাৰ বছৰলৈ সন্তুষ্ট ৰাখিব পাৰি।

কালিকা পুৰাণে কয়— একজন মানুহক বলি দিলে দেবী এহাজাৰ বছৰ সন্তুষ্ট থাকে; তিনিজনক দিলে এশ সহস্ৰবৰ্ষ দেবীক সন্তুষ্ট ৰাখিব পাৰি। অকল ইমানেই নহয়, নৰমাংস ভক্ষণ কৰিবলৈ

পালে কামাখ্যাৰ স্বামী ভৈৰব তিনিহাজাৰ বছৰলৈ সন্তুষ্ট থাকে।

যৱন কালাপাহাৰে কামাখ্যা মন্দিৰ ভাঙি অপবিত্ৰ কৰি গৈছিল। বেহাৰৰ ৰজা নৰনাৰায়ণে নতুনকৈ মন্দিৰ সাজি দি এশ সত্তৰজন লোকক বলি দিছিল। চিলাৰায় দেৱানৰ পুত্ৰ ৰঘুৰায়ে কামৰূপ, দৰং আৰু গোৱালপাৰাৰ ৰজা হৈ কালাপাহাৰে ধ্বংস কৰি থৈ যোৱা মণিকীৰ্তা মন্দিৰ পুনৰ্নিৰ্মাণ কৰি বিগ্ৰহ স্থাপনৰ সময়ত সপ্তশত নৰবলি দিছিল।

পূবত চুতীয়াসকলে তাম্ৰেশ্বৰী মন্দিৰত কেঁচাইখাতীৰ আৰাধনা কৰে। এইগৰাকী গোসাঁনী চুতীয়াসকলৰ চাৰিদেউৰ এগৰাকী। বৰ জাগ্ৰতা। এওঁৰ আগত বছৰি একোটা মানুহ বলি দিয়া হয়। এই মানুহবোৰ যাঁড়ৰ ঘৰ বা বাৰুৱালী নামৰ খেলৰপৰা লোৱা হৈছিল চুতীয়া ৰজাৰ দিনত। সোমাৰে চুতীয়া ৰাজ্য নিজৰ কৰি লোৱাৰ পাছৰেপৰা মৃত্যুদণ্ড পোৱা লোকক বলি দিবলৈ আৰম্ভ কৰে।

চাৰিদেউ থকালৈকে চুতীয়াসকলৰ জয় জয় ময় ময় অবস্থা আছিল। চাৰিদেউসকল হ'ল ক্ৰমে কেঁচাইখাতী, বলিয়া, হেমতা আৰু চোমচেং গোসানী।

সোমাৰসকলে চুতীয়াৰ হাতত বাৰে বাৰে যুঁজত হৰা দেখি স্বৰ্গদেউ চুহুংমুঙে মিত্ৰভাবেৰে চুতীয়া ৰজা নীতিপালৰ জীয়েক ৰম্ভাক বিবাহ কৰায়। পাছত কুঁৱৰীৰ হতুৱাই চুতীয়া ৰজাৰপৰা কুলদেবী চাৰিদেউক নিজৰ হাতলৈ অনায়। চাৰিদেউ অহাৰ পাছত কনচেং বৰপাত্ৰগোহাঁয়ে নীতিপালক হত্যা কৰি চুতীয়া ৰাজ্য আহোমৰ খাচ দখললৈ আনে। পুনৰ চুতীয়াসকলে যাতে গোলমাল কৰিব নোৱাৰে, সেই নিমিত্তে শদিয়াত গোহাঁই এজন থয়। এই শদিয়াখোৱা গোহাঁয়েই আজিকালি কেঁচাইখাতীৰ মন্দিৰত বলি দিবলৈ ৰাজদণ্ড পোৱা লোক যোগায়। বলি দিব লগা লোকক 'ভোগী' বোলা হয়। এই ভোগীসকলক এমাহমান আগৰপৰাই ভালদৰে খুৱাই-বোৱাই নোদোকা কৰি এদিন কেঁচাইখাতী গোসাঁনীৰ আগত বলি দিয়া হয়। এই পূজা কিন্তু ব্ৰাহ্মণ

পুৰুষিতে নকৰে, তৃতীয়াৰ বৰদেউৰীয়েহে কৰে। বলিও তেৱেঁই কাটে।

প্ৰতিবছৰে দুৰ্গাপূজাৰ মহাষ্টমীৰ দিনা কামাখ্যাত নৰবলি পৰে। দেৱীৰ আগত বলি যাবলৈ বিভিন্ন ঠাইৰপৰা অচিনাকি ৰূপহ নিঘুণী মানুহ আপুনি আহে। এই ভোগীসকলক হেনো দেৱীয়ে মাতি আনে। মহাষ্টমীৰ দিনা শেষ নিশা কামাখ্যা মন্দিৰত ত্ৰিশূলিনী পূজা কৰা হয়। বলিশাল কাপোৰেৰে বেৰি সোণৰ ত্ৰিশূল এপাটত পূজাৰীয়ে ভক্তিভাবে পূজা দিয়ে। এই পূজাত পশু বলি, মৎস বলি দিয়াৰ পাছত নৰবলি দিয়া হয়। যদি কাচিৎ ভোগীৰ অভাব হয়, তেনেহ'লে পিঠাগুড়িৰে সজা মানবাকৃতি এটাকেই বলি দিয়া হয়। এই পূজা সম্পূৰ্ণ তন্ত্ৰমতে কৰা হয়। ত্ৰিশূলিনী পূজা ৰাজসিক।

জয়ন্তীয়াহঁতে নিজপটত থকা জয়ন্তাদেবীৰ মন্দিৰত দুৰ্গা-পূজাৰ মহানবমীৰ দিনা ভোগীসকলক বলি দিয়ে। বলি দিয়াৰ পাছত ভোগীৰ ছিন্নমস্তক সোণৰ কাহি এখনতকৈ দেৱীলৈ আগ-কৰা হয়। অকল এয়েই নহয়, ভোগীৰ ৰক্তমিশ্ৰিত অন্নও ৰাজ-পৰিয়ালৰ লোকে শুদ্ধচিত্তেৰে গ্ৰহণ কৰাৰ নিয়ম জয়ন্তাপুৰত আছে।

অতীজত মগলুৰ দেশতো নৰবলি দিয়াৰ নিয়ম আছিল। মগলুহঁতে বৈষ্ণৱধৰ্মত দীক্ষা লোৱাৰ আগেয়ে যুঁজৰ সময়ত, হাইজা লগাৰ সময়ত, মাউৰ লাগি দেশ উচন উঠাৰ সময়ত, তথা আই-সকল ওলোৱাৰ সময়ত তেওঁলোকে নৰবলি দিছিল। তীখাকল্প নামৰ তন্ত্ৰই দিয়া নিদানমতেই মগলুৰ দেশত নৰবলি দিয়া হৈছিল। ব্ৰাহ্মণ, স্ত্ৰী, ৰাজপৰিয়ালৰ লোক, বিদ্বান ব্যক্তি, ছাত্ৰ, বেদজ্ঞ পুৰুষ, আত্মীয়-স্বজন, শত্ৰু, ৰুগীয়া, নপুংসক, ঘুণীয়া, বলিয়া আদি লোক বলিবহিৰ্ভূক্ত বুলি তীখাকল্পই নিৰ্দেশ দিছে।

খাচপুৰৰ কছাৰী ৰজাসকলে এসময়ত ৰণচণ্ডীৰ পূজা কৰি-ছিল। খাচপুৰৰ পঞ্চম্বাৰং ৰজা নিৰ্ভৰনাৰায়ণ বৰ ধাৰ্মিক আছিল। এদিন মন্দিৰত উপাসনা কৰি থকা অৱস্থাত ৰজা নিৰ্ভৰনাৰায়ণক

দেৱীয়ে কাণে কাণে কৈছিল যে পাছদিনা নৈত প্ৰাতঃস্নানৰ সময়ত অকণো ভয় নকৰাকৈ যদি তেওঁ পানীৰ তলত মুঠিমাৰি ধৰে, তেনেহ'লে জীৱন্ত অৱস্থাত ৰজাই পূজাৰ উপচাৰ পাব। সেইমতে পিছদিনা পুৱা তেওঁ নৈলৈ স্নানাৰ্থে গৈছিল। স্নানৰ সময়ত তেওঁ এক বিষাক্ত সৰ্পক তেওঁৰ ফাললৈ তীব্ৰ গতিৰে সাঁতুৰি অহা দেখিছিল। তেওঁ চকুৰ পচাৰতে মুঠিমাৰি সাপডাল ধৰি পেলাই-ছিল। সৰ্পয়ো তেওঁৰ হস্তত সৰ্বশক্তিৰে মেৰমাৰি ধৰিছিল। তাতে ভয় খাই ৰজাই জোকাৰ মাৰি সৰ্পবন্ধনৰপৰা তেওঁৰ হাতখন মুক্ত কৰিবলৈ চেষ্টা কৰিছিল। এইবাৰ আচৰিতভাৱে সাপডাল এখন খড়্গলৈ ৰূপান্তৰিত হৈছিল।

মন্দিৰলৈ খড়্গখন নি ৰজা নিৰ্ভৰনাৰায়ণে ক্ষণিকৰ বাবে তেওৰ মনলৈ অহা ভয়ৰ বাবে অনুশোচনা কৰিছিল। তেনেতে দৈববাণী হৈছিল— 'হে ৰজা, তোমাৰ মনৰ মাজত ভীতি সঞ্চাৰ হোৱা বাবেই পূজাৰ উপচাৰ সৰ্পৰপৰা খড়্গলৈ ৰূপান্তৰিত হ'ল। এই খড়্গ ৰণচণ্ডী বুলি নিশ্চয়কৈ জানিবা আৰু প্ৰতিবছৰে নৰ-বলিৰে ৰণচণ্ডীৰ সন্তুষ্টিসাধন কৰিবা। যিকোনো হিন্দুকেই বলি দিব পাৰিবা। কিন্তু সাৱধান, ব্ৰাহ্মণক যাতে কস্মিনকালেও বলি দিয়া নহয়।'

সিদিনাৰেপৰা হিড়িম্বা ৰাজ্যত নৰবলি প্ৰচলন হৈছিল। বলিৰ বাবে ৰাজ্যৰ বাহিৰৰপৰা মানুহ ধৰি অনা হৈছিল। ৰণচণ্ডী মন্দিৰৰ পূজাৰী আছিল দেশমুখ্য নামৰ স্থানীয় ব্ৰাহ্মণসকল। পাছলৈ অৱশ্যে ৰজা কৃষ্ণচন্দ্ৰই নৰবলি প্ৰথা বন্ধ কৰি দিছিল। কাৰণ এবাৰ হিড়িম্বা ৰাজ্যৰ বাহিৰৰপৰা ভুলক্ৰমে ধৰি অনা ব্ৰাহ্মণ এজনকো ৰণচণ্ডীৰ আগত বলি দিব ধৰিছিল। তেওঁ কথমপিহে বলি যোৱাৰপৰা সাৰিছিল।

**'আমাৰ এই দেৱীপীঠৰ আই মহামায়াৰ থানত থকা খড়্গ-খনেই হিড়িম্বা ৰাজ্যৰ মহাৰাজ নিৰ্ভৰনাৰায়ণে দেৱীৰপৰা লাভ কৰা ৰণচণ্ডী।'**

তান্ত্রিক বামদেৱ আকৌ কিছুসময়লৈ মৌন হ'ল। শ্ৰোতা-সকলৰ গাৰ নোম তান্ত্রিকৰ বৰ্ণনা শুনি শিঙৰি উঠিল। ৰাজকুমাৰী চম্ফাই এবাৰ ভয়ে ভয়ে মহামায়াৰ মন্দিৰটোলৈ চাই পঠিয়ালে। পিৰালিত তেতিয়াও ঠিক একে ভংগীৰে তিলেশ্বৰে বহি আছিল। ৰাজকুমাৰীৰ দেহটো এবাৰ হঠাতে জিকাৰমাৰি উঠিল। তেওঁৰ এনে ভাব হ'ল, তিলেশ্বৰৰ মূৰৰ ওপৰত যেন সেই খড়্গখনে তাক দংশন কৰিবলৈকে বৈহে আছে।

: কি হ'ল অ' আই চম্ফা ?

—মহাৰাজে মৰমেৰে সুধিলে।

: নাই হোৱা একো, আফা! —ৰাজকুমাৰী চম্ফাই চমকি দেউতাকৰ মুখলৈ চাই ক'লে।

: তান্ত্রিক কালিকল্পলতাৰ মতে কেবল ৰজাইহে নৰবলি দিব পাৰে। অন্যই নোৱাৰে। ৰাজা নৰবলিম্ দদ্যান নান্যো-হপি॥ —বামদেৱে আকৌ ক'ব ধৰিলে— কিন্তু তন্ত্রসাৰ গ্ৰন্থ-মতে কোনো ব্ৰাহ্মণে এনে বলিদানত ভাগ ল'ব নোৱাৰে। ব্ৰাহ্মণাম্ নৰবলিদানে নাধিকাৰঃ। অথচ স্কন্দপুৰাণৰ সহ্যাদ্রি খণ্ডত উল্লেখ আছে যে কন্যা নদী সংগমৰ দক্ষিণে থকা কৰ্হাডা ব্ৰাহ্মণসকলে দেবীৰ আগত ব্ৰাহ্মণ বলি দিছিল।

: গুৰুদেৱ! —কিছুসময় নিৰৱতাৰ পাছত বিনীতভাৱে ৰজাই ক'লে— যদি দোষ নধৰে তেনেহ'লে কথা এষাৰ সুধিব খোজোঁ।

: সোধক ৰজা। —তান্ত্রিকে ৰজালৈ চাই ক'লে।

: যোৱাবাৰ আপুনি হিংলাজ মাতৃৰ দৰ্শনলৈ যোৱাৰ সময়ত আমাৰ ৰাজ্যলৈ শ্ৰীহট্টৰপৰা বৌদ্ধশ্ৰমণ এগৰাকী আহিছিল। আমাৰ মহামায়াৰ থানৰ বলি-বিধানৰ কথা শুনি তেওঁ ইয়াক তামসিক বুলি আখ্যা দিছিল। তদুপৰি তেওঁ ভগবান বুদ্ধৰ বাণী আওৰাই কৈছিল, 'হীন ধৰ্ম্মং ন সেৱেয্য পমাদেন ন সংৱসে, মিচ্ছাদিট্‌ঠিং ন সেৱেয্য ন সিয়া লোকৱড্ঢনো। হীনধৰ্ম আচৰি, ভয়াবহ প্ৰমত্ত জীৱন আৰু মিথ্যাদৃষ্টিৰ বশীভূত হৈ ভৱ দুখ-চক্ৰক

আবদ্ধ নহ'বলৈ শ্ৰমণে মোক বাৰে বাৰে অনুৰোধ কৰিছিল। আমাৰ ৰাজ্যৰ কাষৰ বটদ্ৰবাৰ শিৰোমণি কুঁঞাৰ পুত্ৰ, এক-শৰণ ভাগবতী ধৰ্মৰ জনক শংকৰ গুৰুৱেও জীৱহিংসা নকৰিব-লৈকে কৈ গৈছে। তেনেহ'লে আমাৰ ধৰ্ম হীন নেকি ?

তান্ত্ৰিক বামদেৱে আচলতে খং কৰিব লাগিছিল ; কিন্তু তেওঁ এক সৌম্য হাঁহিৰে ক'লে— ৰজা, আপুনি উচিত কথাকেই সুধিছে। পিছে তেওঁলোকে কিয়, আমাৰ কোনো শাস্ত্ৰতেইতো জীৱ হিংসা কৰিব লাগে বুলি কোৱা নাই! বৰং সমস্ত জীৱকেই দয়া কৰিব লাগে বুলি কৈছে। কিন্তু আচল কথা হ'ল মহা-ৰাজ, দেবতাৰ সন্তুষ্টিৰ অৰ্থে আমি বলি দিবই লাগিব। বলি দি আমি বলিৰ কল্যাণ কৰোঁ। কাৰণ দেবতাৰ আগত বলি যোৱাৰ পাছত জীৱই ভব-চক্ৰৰ কঠিন বান্ধোনৰপৰা মুক্তি লাভ কৰি পৰম গতি লভে। প্ৰকৃততে ক'বলৈ হ'লে, বলি পৰিব-লগা জীৱৰ ভবিষ্যত আদ্যাশক্তি ভবানীয়ে স্বয়ং নিৰ্ধাৰিত কৰি থয়। আমি মাথো নিমিত্তহে হওঁ।

ভগবান বুদ্ধৰ বাণীৰ কথা কৈছে! পিছে তথাগতৰ আন এক বাণীৰ কথা নিশ্চয় সেই শ্ৰমণে আপোনাক কোৱা নাই। তথাগতই কৈছিল, 'ধম্মো তিলক সৰণো পৰমো ৰসানং, ধম্মো মহগ্ৰতনো ৰতন্যেমু লোকে। ধম্মো হৰে তিভৱদুকখ ৱিন্যাস হেতু, ধম্মং সমাচৰথ জাগৰি কাময়ুত্তা॥' ত্ৰিলোকৰ সৰ্বৰসতকৈ ধৰ্মৰসেই শ্ৰেষ্ঠ ; সৰ্ব মহাৰ্ঘ ৰত্নতকৈ ধৰ্মৰত্নই মূল্যবান। ধৰ্মই ত্ৰিভুবনৰ সকলো দুখ বিনাশ কৰিব পাৰে। গতিকে সদায়েই জাগৰিতভাবে ধৰ্মাচৰণ কৰা। বৌদ্ধ গাথাতো আছে, 'অনিত্য সংসাৰ বস্তু ধ্বংস ধৰ্ম তাৰ, এই আছে এই নাই ক্ষণস্থায়ী সাৰ।' সেয়ে মহাৰাজ, আমাৰ ধৰ্ম আমি আচৰিবই লাগিব। মই নীলা-চললৈ গৈছোঁ ; তাত তেওঁলোকে নিজৰ ধৰ্ম আচৰিছে। তাম্ৰে-শ্বৰীৰ মন্দিৰলৈ গৈছোঁ, তেওঁলোকে আচৰিছে। জয়ন্তা দেৱীৰ মন্দিৰলৈ গৈছোঁ, তাত জয়ন্তাসকলে নিজৰ মতে ধৰ্ম আচৰিছে।

আনকি শ্ৰীহট্টৰ ত্ৰিপুৰা দেবীৰ মন্দিৰ দৰ্শন কৰিছোঁ, তাতো তিপেৰা সকলে স্বধৰ্ম পালন কৰিছে। ত্ৰিপুৰা পৰ্বতত মহাদেব, উমা, হৰি, মা, বাণী, কুমাৰ, গণক, শিখি, কামা, হিমাদ্ৰি, বিন্দু, খা, অবধী আৰু যজ্ঞদেবীৰ আগত নৰবলি দি তিপ্ৰা ৰাজবংশই দেবকুলৰ সন্তুষ্টি বৰ্ধন কৰিছে।

: আৰু এটা প্ৰশ্ন প্ৰভু, —মহাৰাজে এইবাৰ সংকোচমিহলি মাতেৰে ক'লে—তান্ত্ৰিক পূজা পদ্ধতি বিশেষকৈ নৰবলি বেদ-বহিৰ্ভূত বুলি কোনো কোনোৱে কয়। কথাষাৰ সঁচানে?

এইবাৰ তান্ত্ৰিক বামদেৱ কিছুসময়লৈ মৌন হৈ থাকিল। তেওঁ চকুহাল মুদি কিবা চিন্তা কৰিলে।

: বম্ মা তাৰা, তোমাৰ এই অবোধ সন্তানৰ দোষ নধৰিবা, আই!

তান্ত্ৰিকে হঠাতে ভয়াবহ কণ্ঠেৰে চিঞৰি উঠিল। তেওঁৰ এনে অস্বাভাবিক কণ্ঠস্বৰত শ্ৰোতামণ্ডলী চমকি উঠিল। আনকি মন্দিৰৰ পিৰালিত বহি নভোমণ্ডলত দৃষ্টি থাপি থকা তিলেশ্বৰেও তান্ত্ৰিকৰ ফাললৈ চালে। এনেতে এজাক ভাটৌ তলৰ অৰণ্যৰ ওপৰেদি চিঁচিঁয়াই উৰি গ'ল। ভাটৌজাকে পাহাৰৰ সিফালে নেদেখা হোৱাৰ ফাললৈ চাই তান্ত্ৰিকে এটা সময়ত ক'লে—বৎস, দেবতাৰ নামত মানব উছৰ্গা কৰাৰ কথা পোনতে ঋগ্বেদ সংহিতাত উল্লেখ কৰিছে। আকৌ শ্বেতযজুৰ্বেদত পুৰুষমেধ যজ্ঞৰ কথাও উল্লেখ কৰা হৈছে। এই যজ্ঞ জীৱকুলৰ ভিতৰত শ্ৰেষ্ঠত্ব অৰ্জনৰ মানসেৰে পতা হৈছিল। নৰমেধ যজ্ঞ কেবল ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ মাজতহে প্ৰচলিত আছিল। এই যজ্ঞ সম্পন্ন কৰাৰ সময়ত যজ্ঞস্থলিৰ এঘাৰটা খুটিত পশু বান্ধি থোৱা হৈছিল। বলি দিব লগা মানুহক এই খুটিবোৰৰ মাজত বলি দিয়া হৈছিল। বিভিন্ন দেব-দেবীৰ উদ্দেশ্যে বিভিন্ন উপযুক্ত লোকক বলি দিয়া হৈছিল। ব্ৰহ্মাক উদ্দেশি ব্ৰাহ্মণক; মৰুতৰ বাবে বৈশ্য; জ্ঞানৰ অধিষ্ঠাত্ৰী দেবী মেধাৰ বাবে ৰথ সাজোঁতা; তথা সাফল্যৰ দেবী

নিষ্কৃতিৰ সন্তুষ্টিৰ অৰ্থে স্বৰ্ণকাৰৰ পত্নীক বলি দিয়াৰ নিয়ম আছিল। গতিকে হে ৰাজন, আপোনাৰ চিত্ত বৈকল্যৰ কোনো প্ৰয়োজন নাই। আপুনি শুদ্ধ চিত্তেৰে স্বধৰ্ম পালন কৰক। গীতাতো স্বয়ং ভগবানে কৈছে, 'স্বধৰ্মে নিধনং শ্ৰেয় পৰোধৰ্ম ভয়াবহ॥' আপোনালোকৰ পিতৃ-পিতামহৰ দিনৰপৰা চলি অহা দেবীৰ পূজাৰ আপুনি অন্যথা নকৰিব। নহ'লে দেবীৰ অভিসম্পাত ৰাজপৰিয়ালৰ ওপৰত পৰিব আৰু আপোনাৰ পিতৃকুল তৰ্পণৰ অভাবত নক্ষত্ৰ-লোকৰপৰা পতিত হ'ব।

কাৰেঙৰ প্ৰহৰীয়ে নিশা তৃতীয় প্ৰহৰৰ সংকেত জনাই বৰকাঁহত কোব মৰাৰ অলপ পাছতে ৰাজকুমাৰী চম্পা পালংকৰপৰা নামিল। কোঠাটোৰ এচুকত মাটিৰ ডাঙৰ প্ৰদীপ এগছ জ্বলি আছিল। তেওঁ সেই প্ৰদীপৰ মৃদু আলোকত মজিয়াত শুই থকা লিগিৰী ধনমালালৈ চালে। আনকালে তাইৰ ঠাইত ৰংদৈ লিগিৰী থাকে। কিন্তু তাই মহাৰাণীৰ আজ্ঞা লৈ বুঢ়ীমাকক চাবলৈ ৰাজধানীৰ কাষতে থকা গাঁওখনলৈ যোৱা বাবে ধনমালা আজি দুনিশা আছে।

অতি সন্তৰ্পণে ৰাজকুমাৰী অলিন্দলৈ ওলাই আহিল। তেওঁৰ চকুহাল যোৱা তিনিনিশাৰ অনিদ্ৰাৰ বাবে পুৰিছিল। তেওঁৰ মুখটোও গৰম গৰম লাগিছিল। কিন্তু বাহিৰৰ চেঁচা বতাহে তেওঁৰ দেহত শীতল পৰশহে বুলাই গ'ল যেনিবা, ৰাজকুমাৰীৰ এনে লাগিল।

আগেয়ে তিলেশ্বৰে গৰু-ম'হ চৰোৱা বিস্তীৰ্ণ সমতলভূমিত নতুনকৈ সজা সৈনিকৰ চাউনিলৈ চাই পঠিয়ালে। দিনটো যুদ্ধৰ আখৰা কৰি সৈনিকবোৰ শুই পৰিছে। মাজে মাজে একোগছ জোৰ জ্বলি আছে। সময়ে সময়ে সৈনিকৰ চাউনিৰপৰা বতাহত প্ৰহৰীৰ সাৱধান বাণীও ভাহি আহিছে।

নিদ্ৰাৰ কোলাত ঢলি পৰা পৃথিৱীখনলৈ ৰাজকুমাৰীৰ হিংসাই লাগিল। সকলো প্ৰাণীয়েই শুব পাৰিছে, অথচ তেওঁহে শুব পৰা নাই; দিনৰ প্ৰখৰ সূৰ্যৰ তাপে উত্তপ্ত কৰা ধৰিত্ৰীৰ বক্ষ নিশাৰ শীতল পৰশে চেঁচা কৰিছে, অথচ ৰাজকুমাৰীৰ মগজুৰ ভিতৰখন এতিয়াও উত্তপ্ত হৈয়েই আছে। তেওঁৰ মনৰ পটত আকৌ সিদিনা দেৱীপীঠৰ প্ৰকাণ্ড শিৰীষ গছজোপাৰ আঁৰ লৈ তিলেশ্বৰে ৰংদৈ লিগিৰীক আলিংগন কৰি তাইৰ মুখত চুম্বন কৰা আৰু তাই তাক আকুল হৈ সাবতি ধৰা দৃশ্যটো ভাহি উঠিল। লগে লগে ধনমালাই কাৰেঙত সিদিনা ৰাজকুমাৰীক ফুচফুচাই কোৱা— 'তিলেশ্বৰৰ ৰংদৈৰ প্ৰতি প্ৰীতিভাব হৈছে কুঁৱৰী' কথাখিনিয়ে গগন বিদীৰ্ণ কৰা শব্দ হৈ তেওঁৰ কৰ্ণকুহৰত আঘাত কৰিলে। ৰাজকুমাৰীয়ে দুয়োহাতৰ তলুৱাৰে তেওঁৰ কাণ দুখন হেঁচা মাৰি ধৰিলে। নক্ষত্ৰৰ আলোকত তেওঁৰ চকুহাল চিক্‌মিকাই উঠিল।

ৰাজকুমাৰীয়ে অস্থিৰ ভাবেৰে কোঠাটোৰ ভিতৰত পদচালনা কৰিব ধৰিলে। এবাৰ তেওঁ ধনমালাৰ ওচৰত বৈ তাইক সৰুকৈ মাতিলে। তাইৰ টোপনি নাভাঙিল। এইবাৰ তেওঁ তাইৰ কাষতে আঁঠুকাঢ়ি বহি তাইক হাতেৰে হেচুকি দি মাতিলে - 'ধনমালা'! তাই ধহমহাই উঠি বহি কিছুসময় ৰাজকুমাৰীৰ অস্থিৰ মুখমণ্ডললৈ চালে।

ৰাজকুমাৰীৰ নিৰ্দেশত ধনমালা তেওঁৰ পিছে পিছে অলিন্দলৈ ওলাই আহিল। এই নিশাখন ৰাজকুমাৰীয়ে তাইক টোপনিৰপৰা জগাই অলিন্দলৈ অনা বাবে তাই অবাক হ'ল।

: ধনমালা, কাইলৈ পুৱা তই মহামায়াৰ থানলৈ গৈ তান্ত্ৰিক বামদেৱক মাতি আনিব পাৰিবি?

—ভালেমান সময় আকাশলৈ চাই থাকি এটা সময়ত ৰাজকুমাৰী চন্দ্ৰাই ক'লে।

: তান্ত্ৰিক বামদেৱ!

ধনমালা চমকি পিছুৱাই গ'ল।

: কি হ'ল তোৰ, এনেদৰে ভয় খালি যে?

—ৰাজকুমাৰীয়ে আচৰিত হৈ সুধিলে।

: মোক কাটকেই বা মাৰকেই কুঁৱৰী, মই নাযাওঁ। মোৰ সেই তান্ত্রিকলৈ ভীষণ ভয় লাগে।

—ধনমালাই কঁপা কঁপা মাতেৰে ক'লে।

: ভীষণ ভয় লাগে? —ৰাজকুমাৰী আচৰিত হ'ল। কিন্তু কিয়?

: বামদেৱে বছৰি কুমাৰী পূজা কৰে।

: কুমাৰী পূজা কৰিলেই ভয় খাব লাগেনে? তেওঁ লোকতো পূজা নকৰে! আৰু কৰিলেই যেনিবা, তাৰপৰা তোৰ লাভহে, তোক তেওঁ গৌৰীৰ আসনত থ'ব।

ৰাজকুমাৰী এইবাৰ আগতকৈও আচৰিত হ'ল, বামদেৱৰ নিচিনা ইমান উচ্চ পর্যায়ৰ তান্ত্রিকে ধনমালাক পূজা কৰাটো তাইৰ বাবে ভাগ্যৰহে কথা।

: কুমাৰী পূজা মানে, মানে—

: মানে কি?

—কিছু পৰিমাণে ৰাজকুমাৰী অসহিষ্ণু হৈ উঠিল।

: তেওঁ কুলাচাৰী!

—কওঁ-নকওঁকৈ ধনমালাই ক'লে।

: সেইটোনো কি?

নতুন শব্দটো শুনি ৰাজকুমাৰী আগতকৈও বেছি আচৰিত হ'ল। কিছু পৰৰ পাছত ধনমালাই তাইৰ শৈশবৰ লগৰী বালিমাহীৰ কথা ক'বলৈ আৰম্ভ কৰিলে।

বালিমাহী। প্রকৃতিয়ে অকৃপণ হাতেৰে ঢালি দিয়া দেহ সুষমাৰে চতুর্দশী ৰূপৱতী কলিতাকুলৰ এই কন্যাটিক তান্ত্রিক বামদেৱে তাইৰ মাক-দেউতাকৰপৰা শত স্বর্ণ-মুদ্রাৰ বিনিময়ত মহামায়াৰ

থানলৈ লৈ আহিছিল। আমাৰ মাহৰ অমাবস্যাৰ দিনা পুৱা তাইক তলৰ নৈত স্নান কৰাই পট্টবস্ত্ৰেৰে সালংকৃতা কৰি মন্দিৰৰ নাটঘৰত ওখ বেদী ৰচনা কৰি বহুৱাইছিল। তাৰ পাছত তাইৰ পদযুগলত স্বৰ্ণমুদ্ৰা, ধূপ-দীপ, বস্ত্ৰ-অলংকাৰ তথা অগৰু ঢালি পূজা কৰিছিল। সূৰ্যটো যেতিয়া মূৰৰ ওপৰ পাইছিল সেই পূজা তেতিয়াহে ভাগিছিল! তাৰ পাছত তেওঁ নিজহাতে ভোগ ৰান্ধি বালিমাহীক অৰ্পণ কৰিছিল। বালিমাহীয়ে আনন্দ মনেৰে ভোগ গ্ৰহণ কৰিলত বামদেৱে থোকাথুকি মাতেৰে কৈছিল— 'মা গৌৰী, মোৰ জীৱন আজিহে ধন্য হ'ল। তুমি তোমাৰ সন্তানে ৰন্ধা ভোগ গ্ৰহণ কৰিলা।' তান্ত্ৰিকৰ দুগালেদি দুধাৰ অশ্ৰু বৈ গৈছিল।

আবেলি ধৰ্মসভা হৈছিল। তান্ত্ৰিক বামদেৱে মা তাৰা বামা হোৱাৰ আখ্যান কৈছিল— কামৰূপ মহাপীঠ এনে সিদ্ধ হৈ উঠিল যে ইয়াত স্নান, দান, দেৱপূজা আদি কৰি সকলো মানুহেই স্বৰ্গলৈ যাব ধৰিলে। কোনো কোনোৱে নিৰ্বাণ লাভ কৰিলে আৰু কোনো কোনো শিৱত্ব প্ৰাপ্ত হ'ল। ইয়াত যমৰ অধিকাৰ নোহোৱা হ'ল। সেয়ে নিজ কৰ্তব্য পালন কৰিব নোৱাৰি মহিষ-বাহনে ব্ৰহ্মাক গোচৰ দিলে। প্ৰজাপতিয়ে যমক লগত লৈ বিষ্ণু-লোকলৈ গ'ল। বিষ্ণুৱে যমৰ কথা শুনি তেওঁলোকক লগত লৈ কৈলাসলৈ গৈ শিৱক গোচৰ দিলে যে কামৰূপ পীঠত মানুহ-মাত্ৰেই দেৱত্ব লাভ কৰে। নহ'লে অমৰত্ব পায় অথবা গণত্ব প্ৰাপ্ত হয়। যমৰ ইয়াত অধিকাৰ নাই। যমৰ অধিকাৰ নাথাকিলে মৰ্যাদা নাথাকে— 'যমো নিৰস্তো যত্ৰাস্তি মৰ্য্যাদা ন প্ৰদৃশ্যতে।' এতেকে শূলপাণিয়ে ইয়াৰ প্ৰতিবিধান কৰিব লাগে।

বিষ্ণুৰ বচন শুনি শিৱই ইয়াৰ প্ৰতিকাৰ কৰিবলৈকে অংগী-কাৰ কৰি তেওঁলোকক বিদায় দিলে। তাৰপাছত তেওঁ বৃষভত আৰোহণ কৰি গণসকলক লগত লৈ কামৰূপলৈ আহিল। তেওঁ দেৱী উগ্ৰতাৰা আৰু গণসকলক কামৰূপবাসী সকলো মানুহকেই আঁতৰাবলৈ আদেশ দিলে। তেতিয়া উগ্ৰতাৰা, অপৰাজিতা দেৱী

আৰু গণসকলে চতুৰ্বৰ্ণ, দ্বিজাতি আদি সকলোকে কামৰূপৰপৰা খেদি পঠালে।

সেইসময়ত বশিষ্ঠ মুনিয়ে সন্ধ্যাচলত তপস্যা কৰি আছিল। উগ্ৰতাৰা দেবীয়ে তেওঁকো খেদিবলৈ গণসকলক আদেশ কৰাত মুনিয়ে অভিশাপ দিলে—'হে বামা, যিহেতু তুমি মোক খেদিবলৈ আদেশ কৰিছা, সেয়ে এতিয়াৰেপৰা তুমি বামাচাৰেৰে পূজা ল'বা। গণসকল ম্লেচ্ছৰ নিচিনাকৈ ঘূৰি ফুৰিছে; সিহঁতো ম্লেচ্ছ হওক। যিহেতু স্বয়ং মহাদেৱো মোক খেদাবলৈ উৎসুক, সেইহেতুকে তেওঁ ম্লেচ্ছৰ পূজ্য হৈ ভস্ম আৰু হাড় ধাৰণ কৰক। যেতিয়ালৈকে স্বয়ং বিষ্ণু এই স্থানলৈ নাহে, এই কামৰূপ ম্লেচ্ছৰদ্বাৰাই গুপ্ত থাকক।' —শাও দি বশিষ্ঠ অন্তৰ্ধান হ'ল।

মুনিৰ অভিশাপ অনুসৰি উগ্ৰতাৰা বামা হ'ল। শম্ভু ম্লেচ্ছৰত হ'ল তথা আগম শাস্ত্ৰ কামৰূপত নোহোৱা হ'ল।

ধৰ্মসভাৰ পাছত শ্ৰোতামণ্ডলী তললৈ নামি আহিছিল। তান্ত্ৰিক বামদেৱো বালিমাহীক নাটঘৰতে বিশ্ৰাম ল'বলৈ কৈ অলপ পাছতে তললৈ স্নান কৰিবলৈ নামি গৈছিল।

নিশা ঘোপমৰা এন্ধাৰত মন্দিৰৰ অলপ আঁতৰত আঠপৰীয়াই আনি দিয়া পানীৰে বালিমাহীয়ে স্নান কৰিছিল। পাহাৰৰ ক'ৰবাত শিয়ালে হোৱা দিছিল। তলৰ অৰণ্যত বাঘে গুজৰিছিল। বালিমাহী ভয়তে কঁপিছিল। কঁপি কঁপি তাই কোনোমতে স্নান শেষ কৰি বামদেৱে দিয়া ৰঙা পট্টবস্ত্ৰ পৰিধান কৰিছিল। কিছু আঁতৰত আঠপৰীয়াজনে হাতত এগছ মাটিৰ চাকি লৈ থিয় দি আছিল। আঁতৰৰ গুলচফুলৰ বেদীৰ কাষত আঁৰিয়া এটাত জুই জ্বলি আছিল।

মন্দিৰৰ ভোগ ৰন্ধা ঘৰৰপৰা মণ্ডহৰ গোন্ধ বতাহত উটি আহিছিল। মণ্ডহৰ আঞ্জাৰ আণে বালিমাহীৰ ভোকটো বঢ়াই দিছিল। নাটঘৰৰ এচুকত প্ৰকাণ্ড প্ৰদীপৰ পোহৰত তাই কাঁহৰ সৰু দাপোণ চাই চাই শৃংগাৰ কৰিছিল। তাইৰ মুখখনে মাজে

মাজে ভয়তে ধুক্ ধুক্ কৰি উঠিছিল।

এটা সময়ত তান্ত্ৰিকে পঠাৰ মঙহেৰে শিষ্য অঘোৰানন্দ, আঠপৰীয়া আৰু বালিমাহীক ভাত খাবলৈ দিছিল। তেওঁ কিন্তু নিজে একোৱেই খোৱা নাছিল।

নিশা দ্বিতীয় প্ৰহৰ পাৰ হৈছিল। আঠপৰীয়া আৰু শিষ্য অঘোৰানন্দই মন্দিৰৰ কাষতে থকা তেওঁলোকৰ বাবে নিৰ্দিষ্ট পঁজাবোৰলৈ গৈ শুই পৰিছিল। তান্ত্ৰিক বামদেৱে ভিতৰৰপৰা নাটঘৰৰ দুৱাৰখন জপাই শলখা মাৰিছিল। তেওঁ ঘূৰি বালিমাহীলৈ চাইছিল। তাই ভয়তে থক্ থক্‌কৈ কঁপিছিল।

: আই, দেৱীৰ পূজাৰ সময়ত ভয় খোৱাৰ কোনো কাৰণ নাই। তুমি ভৈৰৱীলৈ উন্নীত হ'ব পাৰিবা পূজাত সিদ্ধি লভিলে।

তান্ত্ৰিকে এক প্ৰশান্ত হাঁহিৰে কৈছিল। ৰক্ত বৰ্ণৰ পট্ট-বস্ত্ৰৰে প্ৰদীপৰ আলোকত তেওঁক বৰ ভয়াবহ যেন দেখা গৈছিল। তেওঁৰ ডিঙিত থকা ৰঙা জবাফুলৰ মালাধাৰে সেই ভয়াবহতা আৰু বঢ়াই দিছিল। সেয়ে বালিমাহী আশ্বস্ত হ'ব নোৱাৰি দুখোজ পিছুৱাই গৈছিল। তাইৰ ভয় মুখচা দেখি তান্ত্ৰিকে আকৌ কৈছিল— মোক ভয় কৰিব নালাগে, আই। মই যিদিনাই গুৰুৰপৰা মালা-কণ্ঠি ল'লোঁ, সিদিনাই হিংসাভাব পৰিহাৰ কৰিলোঁ। —তাৰ-পাছত তেওঁ তাইৰ চকুলৈ চাই সোঁহাতেৰে অভয় মুদ্ৰা দাঙি ধৰিছিল। আৰু লগে লগে অদ্ভুতভাবে তাইৰ চকু-মুখৰপৰা ভয়ৰ ভাবটো নোহোৱা হৈ গৈছিল। তান্ত্ৰিকে তাইৰ সমুখত আঁঠু লৈ তাইক প্ৰণাম কৰিছিল। তাই তান্ত্ৰিকৰ শিৰত হাত থৈ আশী-ৰ্বাদ কৰি কৈছিল— উঠ বাছা, তোৰ সাধনাত সিদ্ধি লাভ হ'ব।

কিন্তু আচৰিতভাবে কণ্ঠস্বৰ বালিমাহীৰ নাছিল।

নাটঘৰৰ ঠিক মধ্যস্থলত তান্ত্ৰিক বামদেৱ বহিছিল। তেওঁৰ সমুখত ভূৰ্জপত্ৰত অঁকা যোনিমণ্ডলৰ ন'টা ছবিৰ চাক পাঁতি লোৱা শ্ৰীচক্ৰ। কাষতে ভজা মাংস, মাছ, মৌ আৰু জৌৰ টেকেলি।

নিয়ৰৰ দৰে টোপাটোপে— ৪

শ্ৰীচক্ৰৰপৰা এহাত আঁতৰৰ উচ্চ বেদীত বালিমাহীয়ে বিবস্ত্ৰা হৈ উপবেশন কৰিছিল। তান্ত্ৰিকৰ নিৰ্দেশত তাই এনেধৰণে ভৰি কোঁচাই বহিছিল যাৰ ফলত তাইৰ কামস্থান সহজেই তান্ত্ৰিকৰ দৃষ্টিগোচৰ হৈছিল। তান্ত্ৰিকে টেকেলিৰপৰা জো ভিতিত বাকি দি ধক্ ধক্ কৈ পিছিল। তাৰপাছত তেওঁ অনৰ্গল দেৱীৰ মন্ত্ৰ মাতি গৈছিল। মাজে মাজে তেওঁ বালিমাহীৰ কামস্থানত যোনিৰ আকৃতিৰ কোষাৰে পঞ্চামৃত অৰ্পণ কৰিছিল। জো পান পৰ্বও চলি আছিল।

চতুৰ্থ প্ৰহৰ পাৰ হোৱাৰ পাছত পূজা শেষ হৈছিল। তান্ত্ৰিকে বালিমাহীৰ যৌনপ্ৰদেশত চুম্বন কৰি স্ত্ৰীযৌনাংগাকৃতিৰ অৰ্ঘাৰে প্ৰসাদ আৰু নৈবেদ্য আগবঢ়াই মুখেৰে ভোবভোৱাইছিল— 'যদি কামী ভবেৎ কোহপি বৈকুণ্ঠং পৰমং ব্ৰজেৎ।'

বালিমাহী ভৈৰবী হৈছিল। তাইক সকলোৱে ভক্তি কৰিছিল। ধনমালাক শিষ্যা ভজাই সাধনাৰ গুপুত প্ৰক্ৰিয়াবোৰ তাই কৈছিল। সেই ভয়াবহ প্ৰক্ৰিয়াৰ কথা শুনি ধনমালা শিঞৰি উঠিছিল। বালিমাহীয়ে তাইলৈ চাই পুতৌৰ হাঁহি মাৰিছিল।

কিন্তু সিদ্ধিলাভৰ এমাহ পাছতে বালিমাহীয়ে কপিলীত জাঁপ দি আত্মহত্যা কৰিছিল। গাঁৱৰ বুঢ়া-মেথাবোৰে আচৰিত হৈছিল তাই আত্মহত্যা কৰাত। লগৰ জীয়াৰী-বোৱাৰীবোৰে বু-বু-বা-বা কৰিছিল। কিন্তু তান্ত্ৰিক বামদেৱে এদিন নিজেই গাঁৱলৈ গৈ সকলোৰে সন্দেহ নিৰসন কৰিছিল। দেৱীৰ নিৰ্দেশমতেই হেনো ভৈৰবী বালিমাহীয়ে নৈত জাঁপ দিছিল।

ধনমালাই কিছুসময় উচুপি থাকিল। ৰাজকুমাৰী চম্পাই তাইক সান্ত্বনা জনোৱাৰ ভাষাই বিচাৰি নাপালে। তেওঁ নিজেই কৌলাচাৰ পদ্ধতিৰ কথা শুনি বিচলিত হ'ল। কিন্তু তান্ত্ৰিক বামদেৱক কিদৰে জনোৱা যায় কথাষাৰ, সেই বিষয়ে ৰাজকুমাৰীয়ে কিছুসময় চিন্তা কৰিলে।

এজাক উস্থল হাঁহিৰ শব্দই চিলমিলকৈ অহা তিলেশ্বৰৰ টোপনিটো ভাঙি দিলে। সি অনিচ্ছাসত্বেও চকুহাল মেলি কেই-মুহূর্তমান নিশ্চল হৈ ৰ'ল। তাৰ পিছত সি উঠি বহিল। বননিত মেলি দিয়া এডা চোলাটো সি হাতমেলি তুলি আনি পিন্ধি ল'লে। এইবাৰ টঙালিডাল কঁকালত চোলাৰ ওপৰেদি মেৰিয়াই সি চাৰিওফালে জাবণিয়ে ঢাকি থোৱা মুকলি ঠাইডোখৰ এৰি নৈৰ পাৰৰ লুংলুঙীয়া পথটোলৈ বুলি আগবাঢ়িল। কিন্তু হঠাতে সি বৈ দিব লগা হ'ল! এজাক গাভৰুৱে লুংলুঙীয়া পথটোৰে গৈ আছিল হাঁহি-খিকিন্দালি কৰি। সিহঁত প্ৰতিজনীৰে কান্ধত একোখনকৈ জাকৈ, কঁকালত খালৈ আৰু এহাতত শুকান কাপোৰ। জাকৈৰে ধৰা মাছ যাতে ওলাই যাব নোৱাৰে, তাৰ বাবে খালৈৰ মুখত পানী মেটেকাৰ সোপা। মেঠনি মৰা ৰঙীন মেখেলাৰ পাতলিয়ে সিহঁতকিজনীৰ বোকাৰে টাটৰি বন্ধা কলাফুলত চিৰিপ চিৰিপকৈ কোবাই গৈছিল। তিতা মেখেলাবোৰে দেহত প্ৰায় লিপিটখাই পৰি সিহঁতৰ আটিল গাভৰু দেহৰ ভাঁজবোৰ প্ৰকট কৰি তুলিছিল। সিহঁতকিজনীয়ে কিন্তু তিলেশ্বৰক দেখা নাছিল।

কিছু সময়ৰ পাছত তিলেশ্বৰে লুংলুঙীয়া পথটোত ভৰি দিলে। সি গাভৰুৰ জাকটো অহাৰ ফালে ঘূৰি খোজ দিলে।

ঠিক তেনেতে পিছ ফালৰপৰা তাক কোনোবা এজনীয়ে চিঞৰি মাতিলে— 'ঐ তিলে, বেখৈ কৈ!' প্ৰায় একে সময়তে জপং জপংকৈ পানীত কিবা পৰাৰ শব্দ হ'ল। কোনেনো তাক 'এইফালে আহচোন' বুলি মাতিলে বুলি ভাবি সি কিছু বিৰক্তিৰে থমকি পিছলৈ ঘূৰি চালে।

সি থিয় দি থকা স্থানৰপৰা কিছু আঁতৰত লুংলুঙীয়া পথটো নৈৰ পাৰৰ মুকলি ঠাই এডোখৰত শেষ হৈছে। সেইডোখৰতে গাভৰুজাকে জাকৈবোৰ বননিত থৈ কঁকালত বান্ধি লোৱা খালৈৰ জৰিবোৰ খোলাত লাগিছিল। জাকৈবোৰৰ কাষতে সিহঁতৰ শুকান কাপোৰবোৰ। লগে লগে সিহঁতৰ মাজত হাঁহি-খিকিন্দালি, চুপতা-চুপতিও চলি আছিল। ইতিমধ্যে তিনিজনীয়ে নৈৰ পানীত জঁপিয়াই পৰি সাঁতুৰিব ধৰিছিল। সিহঁতে হাত-ভৰি মৰাৰ বাবে পানীত ধপ্ ধপ্ শব্দ হৈছিল। সেই শব্দই অলপ আঁতৰৰ নৈৰ গৰা এটাত লহপহকৈ গজি অহা কঁহুৱাজোপাত জুপুকা লাগি বহি থকা কণামুচৰি এহালে ভয় খাই আকাশলৈ বুলি উৰা মাৰিছিল। বতাহ সোমাবা বাবে সাঁতুৰি থকা অবস্থাত সিহঁতকেইজনীৰ মেখেলা-বোৰ অলপ অলপ ফুলি উঠিছিল।

: আমাৰ ওচৰলৈ আহিলে তোৰ জাত নাযায়, আহ!

সি সংকোচ কৰা দেখি এজনীয়ে চিঞৰি ক'লে। সি তথাপি দোধোৰ-মোধোৰ অবস্থাত একে ঠাইতে ৰৈ থাকিল। তাৰ তেনে পুতৌ লগা অবস্থা দেখি গাভৰুজাকে খিলখিলাই হাঁহি দিলে। ইতিমধ্যে কোনোবা এজনী তাৰ ফাললৈ আগবাঢ়ি আহিল। সি চিনি পালে— নেউলী! বৰ ৰঙীয়াল গাভৰু বুলি তাইৰ গাঁওখনতে নাম আছে। তাই গোটেইজনী মিলিকিয়াই আহিছে।

: তিলে, ব'লচোন ব'ল, সকলোৱে তোক মাতিছে।

নেউলীয়ে তাৰ হাত এখনত ধৰি ক'লে। সি তাইৰ হাত-খন এৰুৱাই দিলে।

: আয়' ইমানটো মুনিহে ছিখ্‌লাব আগত লাজ, কৰিব লাগ্‌গনে !

তাই খিলখিলাই হাঁহি দিলে। তাইৰ হাঁহিত সি অপ্ৰস্তুত হ'ল। তিলেশ্বৰক আগতকৈও বেছি অপ্ৰস্তুত কৰি নেউলীয়ে তাৰ বাহুত ধৰি তাক বৈ থকা গাভৰুজাকৰ ফাললৈ টানি নিলে। সিহঁতে ৰঙতে কিৰীলি পাৰি উঠিল।

: নোংনি অন্নায়খো এছেমান হীননী, তিলে ?

গাভৰুজাকৰ মাজত পৰি কিং কৰ্তব্যবিমূঢ় হোৱা তিলেশ্বৰক এজনীয়ে 'মোক তোৰ মৰম অকণ দিবিনে' বুলি কোৱাৰ লগে লগে সি আৰু বেছিকৈ দমি গ'ল।

: নোংখা মুনাব্লা আং থৈগীন, সোণ।

নেউলীয়ে লেনিয়াই কোৱাৰ লগে লগে সিহঁতজাকে গিৰ্জনি মাৰি হাঁহি দিলে। সাঁতুৰি থকা গাভৰুকেইজনীয়েও হাঁহিৰ শব্দত কৌতূহলী হৈ সিহঁতলৈ চালে। তিলেশ্বৰে এবাৰ ইজনী আনবাৰ সিজনীৰ মুখলৈ অঁকবাৰ নিচিনাকৈ চোৱা দেখি এজনীয়ে ক'লে— তই চাগে বুজাই নাই নেউলীয়ে কি ক'লে আৰু আমি কিয় হাঁহিলোঁ। নেউলীয়ে কৈছে— 'তোক নাপালে মই আপোনঘাটী হ'ম অ' সোণটো।'

: ৰাজকুমাৰীয়া চম্পাৰনি খম্ভিয়াও খন্‌লে খন্‌লে থাবলা জীংকৌৰনি খৈ এছেমান নাইনা। ৰাজকুমাৰী চম্পাৰ ওচৰতে অনবৰতে থাকিলে হ'বনে ; আমাৰ ফালেও অলপ চাবিচোন !

গাভৰুকিজনীৰ মাজত দাংকাটি বুলি জনাজাত বুদ্ধৰী নামৰ জনীয়ে তাৰ নাকত টিপা মাৰি ক'লে। 'হয় হয়, আমাৰ ফালেও অলপ চাবি' বুলি আনকিজনীয়ে শলাগিলে। পিছ পাকত গোটেইজাকে সশব্দে হাঁহি দিলে। সিহঁতৰ হাঁহিৰ শব্দই নৈৰ পাৰৰ অৰণ্যত ঠেকা খাই প্ৰতিধ্বনি তুলিলে।

ইতিমধ্যে তিলেশ্বৰৰ মনৰ মাজৰপৰা সংকোচৰ ভাব আঁতৰি গ'ল। তাৰ মইত দুই পুৰিছে বাহ ক'লে। কিন্তু সিহঁতকিজনী

আৰু কিমানলৈ আগবাঢ়ে চোৱা যাওক বুলি সি নিমাখিতৰ নিচিনা মুখভংগী কৰি থিয় দি থাকিল।

দাংকাটি বুঢ়ুৰীয়ে নৃত্যৰ ভংগিমাত কঁকালত দুহাত থৈ সর্বদেহত জোকাৰণি তুলি গীত আৰম্ভ কৰিলে। বাকীকিজনীয়ে হাতচাপৰি বজাই তাইক উৎসাহ দিলে। তিলেশ্বৰৰ বিব্রত মুখভংগীলৈ চাই বুঢ়ুৰীয়ে গালে—

আংখৌ লাংফাই,
আংখৌ লাংফাই, আদা
জামফাই ছেৰাওনি ছায়াৰাম
মানদাৰ বিবাৰ।
আদা, ছায়াৰাম মানদাৰ বিবাৰ।
আংখৌ লাঙা বৌলা
হাংমা থাগীন আদা।
বৰো মুজোং মুছে হাংমা থাগীন আদা,
হাছা, মুজোং মুছে হাংমা থাগীন

তাইৰ গীত শুনি তিলেশ্বৰে মনে মনে ভাবিলে— আও বেটী নাটেশ্বৰীক নেদেখিছা কিদৰে বেবাব ধৰিছে— 'মোক লৈ যোৱাহি, মোক লৈ যোৱাহি, দোওৰ কাষৰ ছায়াৰাম মদাৰফুল, ককাই, ছায়াৰাম মদাৰফুল। মোক নিনিলে হা-হুমুনিয়াহ থাকিব ককাই, বৰোৰ হাতেৰে এহাত হা-হুমুনিয়াহ থাকিব, অ-বৰোৰ হাতেৰে এহাত হা-হুমুনিয়াহ থাকিব।' বেটী একেপাট চৰতে চৈদ্ধ ভুবন দেখুৱাম বুলি জনা নাই হ'বলা! চেহেৰাটো যখিনীৰ নিচিনা আৰু মাতটো কি চাবা, সাইলাখ ভগা কাঁহহে যেনিবা! বেটীৰ উছাহটো চোৱা!

কিন্তু বুঢ়ুৰীৰ গীত শেষ হোৱাৰ লগে লগে নেউলীয়ে আৰম্ভ কৰিলে—

বাৰী খনানি উদাছি
আদা, —আংখৌ জিংগা দাছি,

ঔন্না বুৰ্খানি ঔন্না বিখা
আদা, —নোংজোং ৰায়জো জাগোনা
আং লোখা ।

আ-হা-হা, এই মৰতীয়ে আকৌ গাইছে শুনা, 'বাৰীৰ চুকৰ তিতা কেৰেলা ককাই, মোলৈ ভয় নকৰিবা !' ইছ্ বেটীলৈ যেনিবা অমুকাই ভয়হে কৰিছোঁ ! 'ভলুকা বাঁহৰ পাবৰ বুকু !' হেৰৌ কি হ'ল তাতে ? 'তোমাৰ লগত জীবন-যাপন অকল মইহে কৰিম !' আও, এইৰ সাহটোতো কম নহয় ! মোক দেখি নাটেশৰীৰ পিৰপিৰণি উঠিলেই ! হঞে, ইমানেই যদি চম্ভালিব নোৱৰা হৈছ, কোনোবা পৈয়েৰৰ সতে পলাইনো নাযায় কিয় ? পিছে বেটীৰ মাতটো হ'লে শুৱলা দেই ! চেহেৰাও মোক খা মোক খা কৰে ! ৰ বেটী, পচতি পালি দিওঁ ।

নেউলীৰ মুখলৈ চাই সি এঁকবাৰ নিচিনাকৈ হাঁহিলে । তায়ো হাঁহিলে তালৈ চাই । সি তাইৰ ফালৈ ধীৰে ধীৰে আগবাঢ়িল । তাই মিচিকিয়ায়েই থাকিল ।

: তই বৰ ভাল গীত গাৱ অ' নেউলী ! তই দেখনীয়াৰো । মই তোত মজিলোঁ ।

সি তাইৰ কান্ধত হাত এখন থৈ মাতত কোমলতা সানি ক'লে । তাৰ কথা শুনি কিন্তু তাই উচপখাই উঠাৰ নিচিনাকৈ অলপ পিছুৱাই গ'ল । বাকীকিজনীয়ে কৌতুকবোধ কৰি সিহঁতলৈ চাই হাঁহি থাকিল ।

সি আচম্বিতে নেউলীক পথালি কোলাকৈ তুলি ল'লে । লগে লগে তাই সৰু মাতেৰে চিৎকাৰ কৰি উঠিল— 'এই তিলে, এৰ এৰ । আমি ধেমালিহে কৰিছিলোঁ ।' আনকিজনীৰ ওঁঠৰ হাঁহি ওঁঠতে মাৰ গ'ল ।

: কেলেই, অলপ আগেয়ে দেখোন তই মোতহে সোমাবি বুলি বাউচি জুৰিছিলি । এতিয়ানো কিয় ভয় কৰিছ মোলৈ ?

সি ৰেঙৰ সুৰত ক'লে ।

: আজিৰপৰা নকৰোঁ দে খেমালি। মোক তই খেম!

তাই কন্দনামুৱা হৈ ক'লে।

: হয়নে? যা তেনে তোক খেমিলোঁ।

সি নৈৰ গঁৰা এটাৰ ওচৰলৈ গৈ নেউলীক পানীলৈ দলি-মাৰি দিলে। পানী ফালি তাই তল পালেগৈ। কেইমুহূৰ্ত্তমানৰ পাছতে তাই পানীৰ তলৰপৰা মূৰটো উলিয়ালে। তাই বোধকৰোঁ অলপ পানীও খালে। লাজে-অপমানে তাই কান্দি দিলে। তাই তাক গালি পাৰিলে। খঙতে চিঞৰিলে— 'ছেখা লাবো, ছেখা লাবো; দান্থাৰ, দান্থাৰ!' তাইৰ 'দা আন, দা আন, কাট কাট' চিঞৰ শুনি সি প্ৰাণ খুলি হাঁহিলে। তাই তিলেশ্বৰক মুখ ভেঙু-চাই নদীৰ মাজলৈ বুলি সাঁতুৰিব ধৰিলে।

ভাঁজটোৰ সিফাললৈ বুলি সাঁতুৰি থকা পানীয়ে প্ৰকট কৰা নেউলীৰ নিটোল দেহৰ ভাঁজবোৰলৈ কিছুবেলি চাই তিলেশ্বৰ আনকিজনীৰ ফাললৈ ঘূৰিল। সি কেনেবাকৈ ধৰি লটিঘটি কৰে বুলি ভয় খাই সিহঁতকিজনীয়ে নিজেই তুপতুপাই দৌৰি গৈ নৈত জঁপিয়াই পৰিল। হঠাতে তেনেদৰে অসাবধান হৈ জঁপিয়াই পৰাৰ লগে লগে বতাহৰ বাবে তুজনীমান ক্ষন্তেকৰ বাবে প্ৰায় উদং হ'ল। পিছমুহূৰ্ত্ততে সিহঁত পানীত সোমাই পৰিল।

: বেটীহঁত, আজি বৰ সাৰিলিহঁক, নহ'লে বৰ ভিনীহিয়েৰ কি বস্তু আজিয়েই বুজ দিলোঁহেঁতেন।

সিহঁত আটাইকিজনী সাঁতুৰি সাঁতুৰি নৈৰ ভাঁজটো ঘূৰি নেদেখা হোৱাৰ পাছত সি নিজকে কোৱাদি কৈ ঘূৰি দিয়াৰ লগে লগে স্তম্ভিত হৈ গ'ল। অলপ আঁতৰৰ চতিয়নাজোপাৰ গাত আঁউজি হৈম থিয় দি আছিল। পিন্ধনত তাইৰ মেখেলা আৰু কালি। মেখেলাখনৰ তলফালে তিতা। পাতৰ ফাঁকেৰে সৰকি অহা ৰ'দকাঁচলিত তাইক অপৰূপা দেখাইছিল।

: তুমি ঠিকেই কৰিলা। তোমাক সিহঁতে বৰ জলাইছিল। চতিয়নাজোপাৰ তল পোৱাৰ লগে লগে তিলেশ্বৰক তাই

ক'লে। সি অস্বস্তিৰে তাইৰ মুখলৈ চালে। লগে লগে তাইৰ তেজগোৰা সুন্দৰ মুখমণ্ডলত এক মিঠা হাঁহি বিয়পি পৰিল। তাইৰ নিষ্পাপ উজ্জ্বল ক'লা চকুৰ মণিয়ে যেন তাক হাঁহি হাঁহি আহ্বানহে জনালে।

: তুমিও জাকৈ বাইছা নেকি?

চুবৰি এডাল ছিঙি মুখত লৈ সি তাইক সুধিলে।

: ওঁ!

: কিবা পালানে?

: এডাল কুচিয়া, তিনিটা কেঁকোৰা, একুৰিমান দীঘলীয়া শামুক, সাতোটা গৰৈ মাছ তথা একুৰিমান কাৰৈ টিলিকা আৰু সেন্দুৰীয়া পুঠি। —তাই উত্তৰ দিলে। —কিন্তু তুমি ইয়ালৈ কিয় আহিছিলা?

: গা-ধুবলৈ!

: ধুলা?

: ওঁ!

: সিহঁতে মোক জোকাই থকা অবস্থাত তুমিনো ক'ত আছিলা?

কিছুসময়ৰ নীৰৱতাৰ পাছত সি সোধোঁ নোসোধোঁকৈ সুধিলে। —মইতো তোমাক সিহঁতকিজনীৰ মাজত দেখা নাছিলোঁ!

: মই তেতিয়া সৌ আঁহতজোপাৰ আঁৰত লুকাই আছিলোঁ।

কুৰিখোজমান আঁতৰত থকা বিয়াগোম আঁহতজোপালৈ আঙুলিয়াই তাই ক'লে।

: তুমি সিহঁতক বাধা নিদিলা কিয়?

সি আচৰিত হৈ সুধিলে। তাই তাৰ মুখলৈ চাই লাজকুৰীয়া হাঁহি এটি মাৰিলে। তাইৰ এনে ৰূপ দেখি সি যেন তাইৰ প্ৰতি মৰমত পমি গ'ল, তাৰ এনে ভাব হ'ল।

: কোৱা কিয় মানা নকৰিলা?

—সি কোমল মাতেৰে ক'লে।

: আচলতে সিহঁতে তোমাক জোকাওঁতে মোৰ ভাল লাগিছিল। —এটা সময়ত তাই লাজ লাজকৈ কৈ তালৈ কেৰাহীকৈ চাই পঠিয়ালে !

কিছুসময় দুয়ো মৌন হৈ থাকিল। হৈমই নৈৰ সোঁতলৈ চাই থাকিল। তাইৰ সোঁভৰিৰ বুঢ়া আঙুলিয়ে তাইৰ অজানিতে মাটি খুচৰিব ধৰিলে আৰু সি তাইৰ ভৰি দুখনলৈ চাই থাকিল। ভৰি দুখন দেখিলে হৈমই জাকৈ বোৱা যেন নালাগে। তিতা যদিও ভৰিত বোকা লাগি থকা নাই। তাই বোধকৰোঁ এই ঠাইলৈ অহাৰ আগেয়ে পৰিষ্কাৰকৈ ভৰি ধুইছে।

: হৈম।

: হুঁ !

: তোমাৰ ভৰি দুখন বৰ ধুনীয়া, ঠিক তুমি মানুহজনীৰ নিচিনাই। —সি আবেগসনা মাতেৰে ক'লে।

: ধেৎ কিযে কোৱা তুমি !

এসোপা তেজে তাইৰ ধুনীয়া মুখমণ্ডল আৰু ৰঙা কৰি তুলিলে। নিজৰ উদং ভৰি দুখনলৈ চাই তাইৰ হঠাতে লাজত মৰি যাওঁ যেন লাগিল। তাইৰ তেনে অস্বস্তি দেখি সি সিপাৰৰ প্ৰকাণ্ড চেগুণজোপালৈ চাই পঠিয়ালে।

: তোমাক আজিকালি নেদেখাই হ'লোঁ !

: এৰা ! —সি তাইৰ ফাললৈ নোচোৱাকৈ উত্তৰ দিলে।

: সকলো সময়তে তাইৰ কাষতেই থাকিব লাগে নেকি তুমি ?

: তাই ? কোন তাই ?

হৈমৰ মুখলৈ সি আচৰিত হৈ চাই সুধিলে। তাইৰ কথাৰ সুৰে তাক অবাক কৰি দিলে।

: ৰাজকুমাৰী চম্পা !

তাই কিছুপৰ নীৰবে থাকি কেইমুহূৰ্তমান তাৰ চকুলৈ চাই ক'লে।

[illegible]হ্ ! —তাৰ বুকুৰপৰা গধুৰ শিল এচপৰাহে আঁতৰি

গ'ল যেনিবা, এনেভাবত সি ক'লে— সকলো সময়তে নালাগে। ৰাজকুমাৰী ক'ৰবালৈ গ'লেহে মই লগত যাব লাগে।

তাৰ সৰল উত্তৰ শুনি তাইৰ হিয়া তাৰ প্ৰতি মৰমত উথলি উঠিল। তাক সাৱট মাৰি ধৰি মৰম কৰিবৰ তাইৰ বৰ মন গ'ল। তাইৰ এনে লাগিল, তাই যেন তিলেশ্বৰৰ মুখখন তাইৰ বক্ষত হেচামাৰি ধৰি মৰম কৰি তাক অতিষ্ঠ কৰি দিব, আনে কাঢ়ি নিব নোৱৰাকৈ তাক তাই বুকুৰ মাজত লুকুৱাই থ'ব। কিন্তু তাই নিজকে অতি কষ্টেৰে সংযত কৰিলে।

চেগুণজোপাৰ কাষতে থকা বুঢ়া তেঁতেলিজোপাত বাঁহ সাজি থকা কুকুৰা চৰাই এজনীয়ে চিঞৰিলে। তাইৰ চিঞৰ শুনি চেগুণৰ ডালত বহি থকা ঢোৰা কাউৰী এটাই কৰ্কশ মাতেৰে কা কা কৰি পছিমলৈ উৰা মাৰিলে।

: হৈম।

: হুঁ।

: মই আহো।

মাছৰোকা চৰাই এটাই পানীৰ ওপৰেদি উৰি একোবত চো মাৰি পানীৰপৰা মাছ ঠোটেৰে তুলি অনা দৃশ্যলৈ চাই তিলেশ্বৰে ক'লে। তাইৰ সহাৰি নাপাই সি তাইৰ ফাললৈ চালে। তাই নৈৰ মাজলৈ চাই নিজৰ অজ্ঞাতে আঙুলিত ফালিৰ আঁচ-লৰ চুক এটা মেৰিয়াই থকা দেখিলে সি।

: হৈম!

তাৰ মৰমসনা মাত শুনি তাই ধীৰে ধীৰে মুৰ দাঙি তাৰ চকুলৈ চালে। তাইৰ মায়াসনা চকুৰ আমন্ত্ৰণে তাক বিবশ কৰি পেলালে। তাৰ গালে-মুখে তাইৰ নিশ্বাস আৰু আলফুলে বুলাই দিয়া আঙুলিৰ পৰশে তাৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে শিহৰণ জগালে।

: তুমি যাবাই?

এটা সময়ত তাই ক'লে। পিছমুহূৰ্ততে তাইৰ হৃদয় মথিত কৰি সৰু হুমুনিয়াহ এটি ওলাই আহিল। তাইৰ ৰঙা ওঁঠ

দেহটো এবাৰ মৃদুভাৱে কঁপি উঠিল। তাই সজল হৈ অহা চকুহাল মুদি থৰ্ থৰ্কৈ কঁপি উঠা তলৰ ওঁঠপাহ ডালিমগুটীয়া দাঁতেৰে কামুৰি ধৰি চতিয়নাজোপাত আঁউজি দিলে। লগে লগে তাইৰ অপাংগৰপৰা দুটোপাল অশ্রু দুগালেদি বৈ আহি তাইৰ বক্ষত পৰিল। আৰু সি বিমূঢ় হৈ তাইৰ শ্রাৱণী মুখলৈ চাই থাকিল। সি যেন স্থাণুৰ হৈ গ'ল। সিহঁতৰ এই মুহূর্তবোৰক হঠাতে চৌপাশৰ নীৰবতাই আবৰি পেলালে। আৰু চতিয়নাজোপাৰ নিষ্কম্প পাতত সিহঁতৰ বাবে সময় ওলমি ৰ'ল।

মহাকালৰ শিকলিয়ে ক্ষন্তেকৰ বাবে কটকটীয়াকৈ বন্ধা স্থবিৰ জংগমে যেন সাৰ পালে। লগে লগে তাইৰ ভৰিৰপৰা মূৰলৈ তড়িৎ গতিৰে এক বিদ্যুৎ প্রবাহ বগুৱাবাই গ'ল। তাই সচকিত নয়নেৰে তালৈ চালে। পিছমুহূর্তে তাইৰ হাত দুখন তললৈ নামি আহিল। আৰু এটা সময়ত ধীৰে ধীৰে আবেশত আধা মুদ খোৱা নয়নেৰে সিপাৰলৈ চাই তাৰ চুলিৰ মাজে মাজে আঙুলি বুলাই বুলাই এক মিঠা অনুভূতিৰে তাই ভিতৰি ভিতৰি গুড়ি হৈ যাব ধৰিলে।

বীণাৰপৰা ওলোৱা মিঠা সুৰে ৰাজকুমাৰী চম্পাক আমনি কৰিবলৈ ধৰিলে। বীণাৰ মধুৰ ঝংকাৰে তেওঁৰ আহল-বহল কোঠাটোত মৃদু অনুৰণন তুলিলে। সেন্দুৰৰ ফোঁটটো কপালত আলফুলকৈ ল'বৰ সময়ত তেওঁৰ হাত কঁপি উঠিল। তেওঁ থমকি ৰ'ল। কেইমুহূৰ্তমানৰ পাছত গবাক্ষইদি তেওঁ এবাৰ তললৈ চাই পঠিয়ালে। কাৰেঙৰ পদূলিত থকা বকুলজোপাৰ তলত এজাক মানুহ বহি থকা ৰাজকুমাৰীয়ে দেখিলে। মানুহজাকৰ মাজত মহাৰাজ, মহাৰাণী আৰু তেওঁলোকৰ অংগৰক্ষকসকল। তেওঁলোকৰ সমুখত ডাঙৰ আঁৰিয়া এটাত নাহৰ গুটিৰ জুই। জুইকুৰাৰ পোহৰত গছৰ তলৰ বেদীত বহা বামদেৱক স্পষ্টকৈ দেখা গৈছে। তেৱেঁই বীণা বজাইছে একমনে। তেওঁৰ চকুহাল মুদখাই আছে।

ইমান সুন্দৰকৈ বীণাত সুৰ সৃষ্টি কৰা মানুহজনেনো কিদৰে নৰবলি দিব পাৰে সেইকথা ভাবি ৰাজকুমাৰীয়ে অতিশয় আশ্চৰ্য-বোধ কৰিলে। যিখন হাতেৰে বামদেৱে বীণাত সুৰৰ মায়াজাল সৃষ্টি কৰে, সেইখন হাতেৰেনো কিদৰে তেওঁ বলি কটা দা দাঙে সেইকথা ৰাজকুমাৰীয়ে ভাবি নাপায়। আৰু এনে ভীষণ দৰ্শন লোকনো কিদৰে সংগীতৰ নিচিনা সুক্ষ্ম অনুভূতিৰ গৰাকী হ'ব পাৰে, সেইকথা ভাবিও ৰাজকুমাৰী আচৰিত হ'ল।

সংগীতৰ মূৰ্চ্ছনাই এটা সময়ত ৰাজকুমাৰী চম্পাক সম্পূৰ্ণ-ৰূপে আচ্ছন্ন কৰি পেলালে। তেওঁ একো ভাবিব নোৱৰা হৈ দাপোণৰ সমুখত নিশ্চল হৈ বহি থাকিল। স্বচ্ছ দাপোণ অস্বচ্ছ হৈ পৰিল। সেই অস্বচ্ছ দাপোণত ধীৰে ধীৰে এখন নিষ্পাপ মুখ ছয়াময়াকৈ ভাহি উঠিল আৰু কেইমুহূৰ্তমানৰ পাছত সেই অস্পষ্ট মুখমণ্ডললৈ চাই চাই ৰাজকুমাৰী চম্পাই নিষ্কম্প অনামিকাৰে তেওঁৰ নিমজ কপালত সেন্দুৰৰ তিলক পৰিধান কৰি নিজৰ অজানিতে অস্পষ্ট কণ্ঠেৰে ক'লে— 'তোমাৰেই মংগল কামনাৰে এই তিলক পিন্ধিলোঁ। মোৰ কপালত তুমি সদায়েই ফোঁট হৈ জ্বলিবা।' পিছমুহূৰ্তকে ৰাজকুমাৰীয়ে তেওঁৰ আৰ্দ্ৰ হৈ অহা চকুহাল মুদি দিলে।

: ৰাজকুমাৰী, ৰাজকুমাৰী।

ৰাজকুমাৰী চম্পাৰ কাৰ্যবোৰ নীৰৱে লক্ষ্য কৰি থকা ধনমালা লিগিৰীয়ে কোমল কণ্ঠেৰে মাতিলে। ৰাজকুমাৰীৰ দুগালেদি বৈ অহা অশ্ৰুমালালৈ চাই ধনমালা আচৰিত হ'ল। ৰাজকুমাৰীয়ে কিন্তু কোনো সঁহাৰি নিদিলে।

: ৰাজকুমাৰী !

গাত কালিখন দি এইবাৰ কিছু ডাঙৰ মাতেৰে ধনমালাই ভয়ে ভয়ে মাতিলে। ৰাজকুমাৰীয়ে ধীৰে ধীৰে চকুহাল উন্মীলিত কৰি তাইলৈ চালে।

: তান্ত্ৰিক ৰামদেৱৰ বীণাবাদন শেষ হ'ল। এতিয়ামানে গোসানীৰ কথা ক'বলৈ আৰম্ভ কৰিলেই চাগৈ। ব'লক।

ধনমালালৈ ৰাজকুমাৰীয়ে বোৱা চাৱনীৰে চোৱা দেখি তাই ক'লে।

ৰাজকুমাৰীয়ে দাপোণত এবাৰ মুখ চাই চকুপানী দুধাৰ আলফুলকৈ আঙুলিৰ মূৰেৰে মচি থিয় হৈ গুনা-গুনাকৈ ক'লে— ব'ল যাওঁ!

প্ৰলয় কালত অনন্ত শয্যাত যোগনিদ্ৰাত থকা বিষ্ণুৰ কৰ্ণ-মলোদ্ভৱ মধু আৰু কৈটভে ব্ৰহ্মাক বধ কৰিবলৈ উদ্যত হ'ল। পদ্মযোনিয়ে ভয়তে ত্ৰস্ত হৈ বিষ্ণুক জাগ্ৰত কৰিবৰ নিমিত্তে যোগনিদ্ৰারূপিনী মহামায়াক কাতৰভাৱে স্তৱ কৰিব ধৰিলে— 'হে মাতা, তোমাৰ শক্তিতে ভগবান হৰিয়েও যেতিয়া নিশ্চিন্ত হৈ শয়ন কৰিছে, এতিয়া ব্ৰহ্মাণ্ডত আৰু কোন আছে যি মোক ৰক্ষা কৰিব পাৰে? তুমি কৃপা কৰি তেওঁক জাগ্ৰত কৰা। মধু-কৈটভৰ বিনাশাৰ্থে হৰিক প্ৰবৃত্তি দিয়া। হৰিক প্ৰবুদ্ধ কৰি অসুৰ বধৰ প্ৰবৃত্তি জন্মাবৰ আৰু অসুৰক মুগ্ধ কৰাৰ সকলো সামৰ্থই তোমাত বিৰাজ কৰিছে।'

ইয়াৰ পাছত পদ্মগৰ্ভই মহামায়াক আন বহুতো স্তুতি কৰিলে। দেবীয়ে সন্তুষ্টা হৈ বিষ্ণুক ত্যাগ কৰিলে আৰু বিষ্ণু জাগ্ৰত হৈ মধু-কৈটভৰ সতে যুদ্ধত প্ৰবৃত্ত হ'ল। বল-বীৰ্যত গৰ্বিত হৈ অসুৰ-দ্বয়ে বিষ্ণুক ক'লে— 'হে বিষ্ণু, তোমাৰ লগত যুদ্ধ কৰি আমি প্ৰীত হৈছোঁ। গতিকে কি বৰ লাগে কোৱা।' —বিষ্ণুৱে ক'লে— 'তোমালোক মোৰ বধ্য হোৱা।' তেতিয়া অসুৰদ্বয়ে বৰদানৰপৰা পৰিত্ৰাণৰ উপায় বিচাৰিলে। সিহঁতে চাৰিওফালে চাই পানী দেখি ক'লে — 'আমি তোমাৰ অৱশ্যে বধ্য প্ৰাণী। কিন্তু তুমি এনে ঠাইত আমাক বধ কৰা য'ত পানী নাই।' জলহীন স্থান ক'তো নেদেখা বাবেই বৰ দিও সিহঁতে আসন্ন মৃত্যুৰপৰা হাত সাৰিব পাৰিব বুলি ভাবিলে। কিন্তু বিষ্ণুৱে জলহীন স্থান নিবিচাৰি মধু-কৈটভক তেওঁৰ উৰুত স্থাপন কৰি চক্ৰৰ দ্বাৰা সিহঁতৰ মস্তক ছেদন কৰিলে।

বিষ্ণুৰ যোগনিদ্ৰারূপিনী এই দেবীৰ নাম মহাকালী। এওঁ দশভুজা। এওঁৰ দহখন ভৰি, বিশাল দহখন মুখ আৰু ভেড়-কুৰিটা চকু। এওঁ চণ্ডীৰ তামসী মূৰ্তি। তেওঁ খড়্গ, বাণ, শূল, শংখ, ভূশুণ্ডী, পৰিঘ আৰু শোণিতাক্ত নৰমুণ্ড হস্তত ধাৰণ কৰিছে। এই ৰূপত তেওঁ মহা ভয়ংকৰী। আনহাতে ৰূপ, সৌভাগ্য, কান্তি তথা মহাশ্ৰীবো তেৱেঁই প্ৰতিষ্ঠাত্ৰী। এই মহাকালীৰ উপাসনাত

সিদ্ধিলাভ কৰা সাধকে অতুল বিক্ৰমেৰে চৰাচৰ বিশ্ব ব্ৰহ্মাণ্ডক বশীভূত কৰিব পাৰে।

শতবৰ্ষ ব্যাপী দেৱাসুৰৰ যুদ্ধ চলিছে। দেৱতাসকল পৰাভব হৈ ব্ৰহ্মাক আগত লৈ হৰিহৰৰ ওচৰলৈ গ'ল। তেওঁলোকৰ দুৰ্দশাৰ কাহিনী শুনি হৰিহৰৰ ভীষণ ক্ৰোধ উৎপন্ন হ'ল। ক্ৰোধান্বিত বিষ্ণু-মহেশ্বৰৰ মুখৰপৰা প্ৰচণ্ড তেজসমূহ নিৰ্গত হ'ল। দেৱতাসকলৰ দেহৰপৰাও তেজ বাহিৰ হৈ শিৱ-বিষ্ণুৰ তেজৰ সতে মিহলি হৈ গ'ল। দিগন্ত ব্যাপি সেই মহৎ তেজৰপৰা এক নাৰী মূৰ্তিৰ জন্ম হ'ল। দেৱতাসকলে স্ব স্ব অস্ত্ৰেৰে অসুৰ বধাৰ্থে দেৱীক সজালে। দেৱীয়ে অসুৰ বধ কৰি দেৱতাসকলৰ বিঘ্ন নাশ কৰিলে। দেৱতাসকলে কৃতজ্ঞ হৈ দেৱীক পূজা কৰি স্তৱ-স্তুতি কৰিলে। দেৱী তুষ্টা হৈ দেৱতাসকলক বৰ দিয়াৰ বাঞ্ছা কৰিলে। তেওঁলোকে ক'লে— হে দেৱী, হে মহেশ্বৰী, হে জননী, আপুনি যদি আমাক বৰ দিবলৈ ইচ্ছা কৰে, তেনেহ'লে এই বৰ দিয়ক— যেতিয়াই আমি বিপদত পৰি আপোনাক স্মৰণ কৰোঁ, তেতিয়াই আপুনি আবিৰ্ভূতা হৈ আমাক যেন ৰক্ষা কৰে।

দেৱীয়েও 'তথাস্তু' বুলি অন্তৰ্ধান হ'ল।

এই দেৱীৰ নাম মহালক্ষ্মী। সহস্ৰ বাহুযুক্তা যদিও এওঁ সাধাৰণতে অষ্টদশভুজা ৰূপেই পূজিতা হয়। পদ্মাসনা দেৱীয়ে অক্ষমালা, কমণ্ডলু, পদ্ম, শংখ আৰু নানাবিধ অস্ত্ৰ ধাৰণ কৰিছে। এইটো দেৱীৰ ৰাজস মূৰ্তি। কান্তিৰূপ আৰু সৌভাগ্যশালিনী এই দেৱী সৰ্বদেৱময়ী। এওঁৰ সাধনাত সিদ্ধি লাভ কৰি সাধকে সমস্ত লোক আৰু দেৱবিলাকৰ প্ৰভুত্ব লাভৰ সমৰ্থ হয়।

আন এসময়ত শুম্ভ নিশুম্ভ নামৰ দৈত্যৰ হাতত পৰাজিত হৈ দেৱতাসকল স্বৰ্গচ্যুত হ'ল। তেওঁলোকে দেৱীক হিমালয়লৈ গৈ আৰাধনা কৰিব ধৰিলে।

তেনেসময়তে দেৱীয়ে গংগাজলত স্নান কৰিবলৈ আহি দেৱতাবিলাকক স্তৱ কৰা দেখি সুধিলে— তোমালোকে কাৰ স্তৱ

কৰিছা ? —এনেতে দেৱীৰ শৰীৰৰ কোষৰপৰা এক শিবা মূৰ্তিয়ে আবিৰ্ভাব হৈ ক'লে, 'দেৱকুলে মোৰেই আৰাধনা কৰিব ধৰিছে।'

এই দেৱীৰ নাম কৌশিকী। অপৰূপা এই দেৱী। এওঁৰ অংগশোভাত চতুৰ্দিশে মনোহৰ ৰূপ ধাৰণ কৰিছে। শুম্ভ-নিশুম্ভৰ ভৃত্য চণ্ড আৰু মুণ্ড সেই ঠাইত সেই সময়ত আছিল। দেৱীৰ ৰূপ-লাৱণ্যত মুগ্ধ হৈ সিহঁতে নিজ প্ৰভুৰ ওচৰলৈ ঘূৰি গৈ ক'লে, 'হিমালয়ত এক অতুলনীয় ৰূপ-সৌন্দৰ্যসম্পন্না নাৰী আছে। তেওঁৰ নিচিনা ৰূপ-লাৱণ্যৰ ত্ৰিভুবনতেই দ্বিতীয়া নাৰী নাই। এই ৰমণী একমাত্ৰ অসুৰ ৰাজৰহে যোগ্য।'

শুম্ভ-নিশুম্ভ এই কথাত সন্তুষ্ট হৈ তেতিয়াই দেৱীৰ ওচৰলৈ দূত পঠিয়ালে। দূতে ক'লে— দেৱী, আপুনি যিদৰে ৰূপে-গুণে অতুলনীয়া, অসুৰৰাজ শুম্ভ-নিশুম্ভও তেনেদৰে ত্ৰৈলোক্যৰ ভিতৰতে ৰূপে-গুণে, বলে-বীৰ্যই অতুলনীয়! গতিকে মই এই প্ৰস্তাব লৈ আহিছোঁ, আপুনি অসুৰৰাজক পতি বৰণ কৰক।

দেৱীয়ে স্মিতহাস্যে ক'লে— ভাল কথা। তোমাৰ প্ৰস্তাব অতি উত্তম। ত্ৰৈলোক্যাধিপতি শুম্ভ-নিশুম্ভকনো কোন নাৰীয়ে পতি বৰণ কৰিবৰ ইচ্ছা নকৰিব! পিছে মই ইতিমধ্যে এক অংগীকাৰ কৰিছোঁ। সেয়ে মোৰ বাবে এই প্ৰস্তাবত বিশেষ বাধা আছে। মোৰ প্ৰতিজ্ঞা হ'ল—

যো মাং জয়তি সংগ্ৰামে যো মে দৰ্পং ব্যপোহতি।
যো মে প্ৰতিবলো লোকে স মে ভৰ্তা ভবিষ্যতি॥

'যুদ্ধত যিয়ে মোক জয় কৰিব, যিয়ে মোৰ গৰ্ব চূৰ্ণ কৰিব পাৰিব, কিম্বা যি মোৰ তুল্য বলশালী হ'ব, তেওঁকেই মই পতি বৰণ কৰিম। গতিকে হে দূত, তুমি পলম নকৰি অসুৰৰাজক মোৰ প্ৰতিজ্ঞাৰ কথা কোৱাগৈ। তেওঁলোক আহি মোৰ প্ৰতিজ্ঞা পূৰণ কৰি মোক গ্ৰহণ কৰকহি।

অসুৰৰাজে দূতৰ মুখে এই কথা শুনি দেৱীক ধৰি নিবৰ

নিমিত্তে ধূম্ৰলোচনক পঠিয়ালে। কিন্তু ধূম্ৰলোচন দেৱীৰ হাতত নিহত হ'ল। এইবাৰ আহিল চণ্ড-মুণ্ড। সিহঁতকো দেৱীয়ে বধ কৰি নাম পালে চামুণ্ডা। তাৰপাছত আহিল প্ৰধান সেনাপতি ৰক্তবীজ। মহাসুৰ ৰক্তবীজৰ প্ৰতিটোপাল তেজৰপৰা তৎতুল্য একোটা অসুৰৰ জন্ম হয়। সেয়ে মহাদেৱীক বাৰাহী, নাৰসিংহী, ব্ৰহ্মাণী, ইন্দ্ৰাণী, ৰুদ্ৰাণী, কৌমাৰী, বৈষ্ণৱী আদি মাতৃশক্তিয়েও সহায় কৰিলে।

চণ্ডিকা বাহিৰ হ'ল মহাদেৱীৰ শ্ৰীঅংগৰপৰা। এওঁৰ আন নাম অপৰাজিতা। এওঁ অতি ভয়ংকৰী, শতশিবা (শৃগাল) বেষ্টিতা। ভয়ানক ৰসৰ মূৰ্তি। স্বয়ং শিৱক দূত কৰিছিল বাবেই চণ্ডিকাৰ অন্য নাম শিৱদূতী। এওঁ শিৱক কৈছিল— আপুনি গৰ্বিত দানব শুম্ভ-নিশুম্ভক কওক— ইন্দ্ৰই ত্ৰিলোকত আধিপত্য কৰিব আৰু দেৱতাসকলে যজ্ঞৰ আহুতি ভোগ কৰিব। যদি তোমালোকে জীয়াই থাকিব বিচাৰা তেন্তে পাতালপুৰীলৈ যোৱা। আৰু যদি এই কথা গ্ৰাহ্য নকৰি বলগৰ্বত যুদ্ধ অভিলাস কৰা, তেনেহ'লে আহা, মোৰ শিয়ালবোৰে তোমালোকৰ মাংস খাই তৃপ্ত হওক।

চণ্ডিকা মহাকালৰ ধ্বংসাত্মিকা শক্তি। অনন্ত বিশ্বত সকলোৱেই কালৰ অধীন। গতিকে ইয়াক কোনেও পৰাস্ত কৰিব নোৱাৰে। সেয়ে এওঁৰ নাম অপৰাজিতা। এওঁৰ বৰ্ণ সেন্দুৰৰ নিচিনা। এওঁ শূল, চক্ৰ, পাশ ও বৰ্মধাৰিণী। এওঁ শিৱা তথা শৱপৃষ্ঠত থিয় হৈ থকা অবস্থাত থকা বাবে ভয়ংকৰী হৈও কল্যাণ শিৱক দূত কৰি পঠায় বাবে শিৱদূতী।

গতিকে এনে মহাশক্তিৰ হাতত ৰক্তবীজেও পৰিত্ৰাণ নাপালে। সিও ঘূৰি যাব নোৱাৰিলে। মহাদেৱীৰ হাতত তাৰ নিধন হ'ল।

ইজনৰ পিছত সিজনকৈ আহি দেৱীৰ হাতত অসুৰবোৰে যমৰ ঘৰ দেখিছে। এইবাৰ আহিল নিশুম্ভ। তাৰ মৃত্যুত আহিল স্বয়ং শুম্ভ। ভীষণ যুদ্ধ হ'ল। যুদ্ধৰ মাজত এক অপূৰ্ব দৃশ্য দেখি শুম্ভ বিস্মিত হ'ল। দেৱীৰ অনুৰূপ অনেক মূৰ্তি যুদ্ধত

প্ৰবৃত্ত হোৱা শুম্ভই দেখিলে। অসুৰে ভাবিলে, এইবোৰ ক'ৰ-পৰা আহিল। দেৱীতো অকলে আছিল! সি অতি ক্ৰোধেৰে ক'লে— তুমি যুদ্ধত অন্যৰ সহায় লৈছা। গতিকে তোমাৰ অহংকাৰ কৰাৰ কাৰণ কি?

অসুৰৰ কথা শুনি দেৱীয়ে সশব্দে হাঁহি ক'লে— অন্য শক্তিৰ কথা কি কৈছ দুষ্ট? এইবোৰতো মোৰেই শক্তি, মোৰেই বিভূতি। মোৰ বাহিৰে এই চৰাচৰ জগতত আন কি আছে? একৈবাহং জগত্যত্ৰ দ্বিতীয়া কা মমা পৰা। হে পাষণ্ড, এয়া চা মোৰ শক্তি মোতেই বিলীন হৈ গৈছে। মোৰ স্ব শক্তিৰ বলত ইহঁতৰ সৃষ্টি কৰিছিলোঁ। আৰু এতিয়া মই নিজেই ইহঁতক সম্বৰণ কৰিলোঁ।

শুম্ভই দেখিলে, আন মূৰ্তিবোৰ অদৃশ্য হৈ গ'ল আৰু বাস্তৱিকে দেৱী এতিয়া অকলে আছে। শুম্ভই ভাবিব ধৰিলে, এই দেখিলো বহু মূৰ্তিয়ে যুদ্ধ কৰিছিল আৰু এতিয়া দেখিছোঁ দেবী অকলে আছে। এইটো বৰ অদ্ভুত কথা।

অবশেষত দেৱীয়ে শুম্ভক বধ কৰিলে। শত্ৰুবধত দেৱতাসকল বিপদমুক্ত হৈ স্তৱ কৰিব ধৰিলে— হে দেৱী। আপুনি আশ্ৰিত, দীন আৰু আৰ্তসকলৰ মুক্তিদায়িনী তথা ত্ৰিবিধ দুখৰ নাশকাৰিণী। আপোনাক প্ৰণাম।

অঘোৰানন্দই আগবঢাই দিয়া ভাঙৰ চিলিমটো লৈ বামদেৱে 'মা তাৰা, তাৰা' বুলি চিঞৰ দুটামান মাৰি হোপা কেটামান দীঘলীয়াকৈ মাৰি চকু-মুখ বন্ধ কৰি কিছুপৰ মনে মনে থাকিল। এটা সময়ত তান্ত্ৰিকে ধীৰে ধীৰে ধোঁৱাবোৰ নাকে-মুখে এৰি দিলে। ৰাজকুমাৰী চম্পাই দৃষ্টি তান্ত্ৰিকৰ মুখৰপৰা আঁতৰাই ফট্ ফট্ শব্দৰে জ্বলি থকা নাহৰ গুটিৰ আঁৰিয়াটোলৈ চালে। ওপৰলৈ জঁপিয়াই থকা জুইৰ শিখাবোৰ হঠাতে ৰাজকুমাৰীৰ হৰিণাটোৰ শিং যেন লাগি গ'ল।

প্ৰজাপতি ব্ৰহ্মাই মা দুৰ্গাৰ নটা নাম দিছে। নটা নামত

নটা ৰূপভেদ আৰু ভাৱভেদ। নবদুৰ্গা নামেৰে এওঁলোক প্ৰসিদ্ধা। দেৱী কবচস্তোত্ৰত এই নাম এনেদৰে আছে—

প্ৰথমং শৈলং পুত্ৰীতি দ্বিতীয়ং ব্ৰহ্মচাৰিণী।
তৃতীয়ং চণ্ড ঘণ্টেতি কুষ্মাণ্ডেতি চতুৰ্থকম্॥
পঞ্চমং স্কন্দ মাতেতি ষষ্ঠং কাত্যায়নীতথা।
সপ্তমং কাল ৰাত্ৰীতি মহাগৌৰীতি চাষ্টমম্॥
নবমং সিদ্ধিদাত্ৰী চ নবদুৰ্গাঃ প্ৰকীৰ্তিতাঃ।

নবদুৰ্গাৰ প্ৰথম নাম শৈলপুত্ৰী। শৈল মানে পৰ্বত। গিৰিৰাজ হিমালয়ে দেৱীক দুহিতাৰূপে পোৱাৰ কামনাৰে কঠোৰ তপস্যা কৰি লাভ কৰিছিল পাৰ্বতীক।

অসুৰৰ হাতত বাৰম্বাৰ হাৰিছিল দেৱতাসকল। কাৰণ আছিল উপযুক্ত সেনাপতিৰ অভাব। সেয়ে ব্ৰহ্মাই দেৱকুলক উপদেশ দিলে দুৰ্গামাতৃৰ পাদপদ্মত আকুল প্ৰাৰ্থনা জনোৱাৰ, যাতে মহাদেৱীয়ে ধৰাত পুনৰ আবিৰ্ভূতা হয়। দেৱী আহিল শৈলপুত্ৰী হৈ। ফলত দেৱতাসকলৰ কাৰ্যসাধন হ'ল দেৱপুত্ৰ কাৰ্তিকেয়ক দেৱসেনাপতিৰ ৰূপত পাই; গিৰিৰাজ হিমালয়ৰ মনোবাঞ্ছা পূৰণ হ'ল মহাদেৱীক দুহিতৃ ৰূপত পাই; সতীৰ মৃত্যুৰ পাছত শক্তি লাভৰ বাবে কঠোৰ তপস্যাত মগ্ন হোৱা শিৱই লাভ কৰিলে মহাশক্তিক পত্নীৰ ৰূপত।

শৈলপুত্ৰীৰ আন নাম উমা, হৈমৱতী। এওঁ ব্ৰহ্মচাৰিণী। এওঁ দেৱৰাজ ইন্দ্ৰক ব্ৰহ্মজ্ঞান দিছিল ব্ৰহ্মচাৰিণীৰূপে। উপনিষদৰ মতে কাহিনীটো এই—

শতবৰ্ষ ধৰি দেৱাসুৰৰ যুদ্ধ চলি আছে। এবাৰ যুদ্ধত জয়লাভ কৰি দেৱতাসকলে বৰ গৰ্ব অনুভৱ কৰিলে। সমষ্টিগতভাৱে নহয়, ব্যক্তিগতভাৱেহে গৰ্ববোধ কৰিলে দেৱতাসকলে। প্ৰতিজন দেৱতাই ভাবিলে, এই জয় কেৱল তেওঁৰ বাবেহে সম্ভৱ হৈছে।

এদিন দেৱতাসকল এঠাইত বহি আছিল প্ৰতিজনেই গপতে গংগাটোপটো হৈ। এনেতে কিছু আঁতৰত এক অতি উজ্জ্বল জ্যোতিৰ্ময়

বস্তুৰ আবিৰ্ভাব হ'ল। ইন্দ্ৰই অগ্নিক সেইটোনো কি চাই আহিবলৈ পাচিলে। অগ্নিয়ে ওচৰলৈ গৈ সুধিলে— আপুনি কোন ? উত্তৰত জ্যোতিৰ্ময় বস্তু.ৰ ওলোটাই প্ৰশ্ন কৰিলে— তুমিনো কোন ?

: মই অগ্নি।

: তুমি কি কাম কৰিব পাৰা ?

: ব্ৰহ্মাণ্ডৰ যিকোনো পদাৰ্থকেই মই নিমিষতে ভস্ম কৰিব পাৰোঁ। —অহংকাৰ ক'ৰি অগ্নিয়ে ক'লে।

: তেনেহ'লে এই তৃণডালকেই দগ্ধ কৰা।

কিন্তু আচৰিতভাবে সমস্ত শক্তি প্ৰয়োগ কৰিও সেই মহান জ্যোতিয়ে আগবঢ়াই দিয়া সামান্য তৃণডাল অগ্নিয়ে দাহ কৰিব নোৱাৰিলে।

অগ্নিক ঘূৰি নোযোৱা দেখি ইন্দ্ৰই এইবাৰ বায়ুক পঠালে। বায়ুদেৱতাৰ 'আপুনি কোন' প্ৰশ্নৰ উত্তৰত তেওঁকো ওলোটাই প্ৰশ্ন কৰি কি কাৰ্য সাধিব পাৰে জ্যোতিৰ্ময় দেৱতাই সুধিলে। বায়ু-দেৱতাই গৰ্ব কৰি ক'লে যে ব্ৰহ্মাণ্ডৰ যিকোনো বস্তুকেই তেওঁ নিমিষতে উৰুৱাই নিব পাৰে। তেতিয়া তেওক সেই তৃণডাল উৰুৱাই নিবলৈ কোৱা হ'ল। কিন্তু বায়ুদেৱতাই দেহৰ সৰ্বশক্তি প্ৰয়োগ কৰিও তৃণডাল লৰচৰ কৰিব নোৱাৰিলে। তেৱেঁা ভয়তে পলায়ন কৰিলে।

দুই বীৰে পলায়ন কৰা দেখি এইবাৰ স্বয়ং দেৱৰাজ ইন্দ্ৰ আগবাঢ়ি গ'ল। ইন্দ্ৰই অহংকাৰ কৰি ভাবিলে যে তেওঁ জ্যোতি-ৰ্ময় দেৱতাক হাতৰ মুঠিত লৈ দূৰলৈ দলিয়াই দিব। কিন্তু তেওঁৰ সেই অসম্ভব কামনা পূৰ্ণ নহ'ল। দেৱৰাজ ওচৰ পোৱাৰ লগে লগে সেই মহাৰ্জ্যোতি অন্তধান হ'ল। দেৱৰাজে অবাক হৈ ওপ-ৰলৈ চাই দেখিলে ব্ৰহ্মচাৰিণী উমা হৈমবতীক। মহাদেৱীয়ে কৃপা কৰি দেৱৰাজ ইন্দ্ৰক ব্ৰহ্মজ্ঞান প্ৰদান কৰিলে।

মাতা দুৰ্গাৰ তৃতীয় নাম চণ্ডঘণ্টা।

মহিষাসুৰ বধাৰ্থে সমস্ত দেৱতাৰ অংগজ্যোতিৰ অবলম্বনত

মহালক্ষ্মী স্বৰূপিনী দুৰ্গাদেৱীয়ে আত্মপ্ৰকাশ কৰিলে। দেৱতাসকলে নিজ নিজ অস্ত্ৰৰপৰা একোটাকৈ অস্ত্ৰ উৎপাদন কৰি দেৱীক দিলে। ঘণ্টা দিলে দেৱৰাজ ইন্দ্ৰই। সেই ঘণ্টাৰ মাজত গজৰাজ ঐৰাবতৰ মহাশক্তি নিহিত আছে। অতি প্ৰচণ্ড সেই ঘণ্টাৰ ধ্বনি। ঘণ্টা সৰ্ববাদ্যময়ী। মহা বিশ্বৰ মূলত থকা শব্দব্ৰহ্ম বা নাদব্ৰহ্ম সেই মহাঘণ্টাৰ ধ্বনিৰপৰা উদ্ভব হয়। সাধকসকলে সেই ঘণ্টাধ্বনি শুনি মহাদেৱীৰ সান্নিধ্য পোৱাৰ উমান পায় আৰু ভোগাসক্তসকলে সেই ঘণ্টাধ্বনি শুনিলে যমৰজাৰ বাহন মহিষৰ ডিঙিৰ ঘণ্টাধ্বনি বুলি আতংকিত হয়।

নৱদুৰ্গাৰ চতুৰ্থ মূৰ্তিয়েই হ'ল কুষ্মাণ্ডা। উষ্মা মানে তাপ আৰু কুৎসিত তাপৰ নাম কুষ্মা। মৰণশীল এই বিশ্বত আধিভৌতিক, আধিদৈৱিক আৰু আধ্যাত্মিক ভেদত এই ত্ৰিবিধ তাপ আছে। দুৰ্বিসহ ত্ৰিতাপেই কুষ্মা। অণ্ড মানে উদৰ। এতেকে কুষ্মা বহন কৰে যি উদৰৰ গৰাকীয়ে, তেওঁৱেই কুষ্মাণ্ডা। যিসকলে দেৱীৰ পদত আত্মসমৰ্পণ নকৰে, তেওঁলোক সদায় তাপত ক্লিষ্ট হয় আৰু যিসকলে মহাদেৱীৰ পাদপদ্মত আত্মসমৰ্পণ কৰে, তেওঁলোকৰ কুকৰ্ম, কালিমা আদি দেৱীয়ে উদৰস্থ কৰে। কুষ্মাণ্ডা সন্তানৰ তাপহাৰিণী কল্যাণময়ী জননী।

দেৱ সেনাপতি কাৰ্তিকেয়ৰ আন নাম স্কন্দ আৰু সেই স্কন্দৰেই মাতৃ বাবে দুৰ্গাৰ পঞ্চম নাম স্কন্দমাতা।

স্কন্দমাতাৰ পাছত কাত্যায়নী।

সতীৰ দেহৰ একখণ্ড পৰিছিল বৃন্দাবনত। এই বৃন্দাবন মহাপীঠত দেৱী কাত্যায়নীৰূপে বিৰাজ কৰিছে। কাত্যায়নীৰূপে দেৱী ভক্তিদা। চণ্ডীত সুখদা আৰু মোক্ষদা নামে দেৱীৰ স্বৰূপ কথা স্পষ্টভাৱে আছে। সুৰথ ৰজাক দিলে সুখ, সমাধি বৈশ্যক দিলে মোক্ষ আৰু বৃন্দাবনবাসীক দিলে দুৰ্লভ কৃষ্ণভক্তি। দেৱী কাত্যায়নীৰ শৰণাপন্ন হ'লে সুমেৰু সদৃশ পাপো ক্ষণিকতে ক্ষয়প্ৰাপ্ত হয়।

দুৰ্গাৰ সপ্তম নাম হ'ল কালৰাত্ৰি।

পৰমব্ৰহ্ম হ'ল ৰাত্ৰি আৰু সেই ৰাত্ৰিৰেই শক্তি হ'ল ব্ৰহ্মময়ী মা। ৰাত্ৰিত জীৱজগতৰ সকলোৰে কৰ্মৰ বিৰতি হয়। সকলোৱে বিশ্ৰাম লয়। সমস্ত দুখ-ভাগৰ আঁতৰি যায়। প্ৰলয় কালত এই ৰাত্ৰিৰূপিনী মাতাৰ কোলাত সমস্ত বিশ্বৰ বিলয় ঘটে। জননীৰ কোলাত আশ্ৰয় লয় সমস্ত জীৱই। মহাপ্ৰলয়ৰ ৰাত্ৰি হ'ল মহাৰাত্ৰি। দেৱী এই ৰাত্ৰিৰূপা। মহাৰাত্ৰিতকৈ কিন্তু কালৰাত্ৰি বেছি গভীৰ। মহাৰাত্ৰিত সংসাৰৰ লয় হয়, কিন্তু পৰম পুৰুষ মহাবিষ্ণু সাৰে থাকে। কালৰাত্ৰিত কিন্তু মহাবিষ্ণুৱে অনন্ত শয্যাত শয়ন কৰে। এই শয়ন যোগনিদ্ৰা আৰু এই যোগনিদ্ৰাই হ'ল মহাকালিকা বা কালৰাত্ৰি। বিশ্ব, বিশ্বজীৱ আৰু পৰম পুৰুষক স্তব্ধ কৰে কালৰাত্ৰি দেৱীয়ে।

দুৰ্গাৰ অষ্টম ৰূপ গৌৰী!

দেৱাদিদেৱ মহাদেৱে কালৰাত্ৰি দেৱীক উপহাস কৰিলে ক'লা কন্যা বুলি। দেৱীয়ে অভিমান কৰি কঠোৰ তপস্যাত বহিল। তপস্যাৰ অন্তত তেওঁৰ দেহৰ ক'লা বৰণ দিলে ভৰ্তা মহাদেৱক আৰু নিজে হ'ল গৌৰী। কেৱল শুদ্ধ গৌৰী নহয়, বিদ্যুৎবৰ্ণা মহাগৌৰী। দেৱাদিদেৱ মহাদেৱ হ'ল নাৰায়ণ, দেৱী হ'ল শ্ৰীলক্ষ্মী; চৰণ তলত বহিল সেৱাৰ বাবে। মহাকালী হ'ল সন্তান পৰায়ণা জননী আৰু মহাগৌৰী হ'ল স্বামী সোহাগিনী।

মাতা দুৰ্গাৰ নৱম ৰূপ হ'ল সিদ্ধিদাত্ৰী।

যিয়ে দেৱীক যিদৰে উপাসনা কৰে, সেইভাবেই তেওঁক সন্তুষ্ট কৰে। মহাভাৰতত শ্ৰীকৃষ্ণই অৰ্জুনক যুদ্ধ জয়ৰ বাবে মা দুৰ্গাৰ স্তৱ কৰিবলৈ কৈছিল। অৰ্জুনে অতি ভক্তিভাবেৰে দেৱীক স্তুতি কৰিছিল—

দেৱী প্ৰপন্নাৰ্তিহৰে প্ৰসীদ
প্ৰসীদ মাতৰ্জগতোহখিলস্য

প্ৰসীদ বিশ্বেশ্বৰী পাহি বিশ্বং
ত্বমীশ্বৰী দেবী চৰাচৰস্য।

অৰ্জুনৰ স্তবত তুষ্টা হৈ দেৱীয়ে দেখা দিছিল সিদ্ধিদাত্ৰী জননী-ৰূপে। আশীসো দিছিল। বিশ্বৰ সকলো জীৱ, যোগী, ভোগী, ত্যাগী, সাধক, ভক্ত, গৃহী, বনবাসী, তপস্বী, আনকি ব্ৰহ্মা-শিৱও এই দেৱীৰ সাধনাত ৰত। যিকোনো কাৰ্যই সিদ্ধিলাভ কৰে এই সিদ্ধিদাত্ৰী দেৱীৰ অপাৰ কৰুণাত।

শিষ্য অঘোৰানন্দই আৰু এচিলিম ভাং আনি বামদেৱৰ হস্তত অৰ্পণ কৰিলে। বামদেৱে দীঘলীয়াকৈ হোপা কেটামান মাৰি ধীৰে ধীৰে ধোঁৱাবোৰ নাকে-মুখে উলিয়াই দি ভয়লগাকৈ চিঞৰিলে— 'তাৰা, মা কৰুণাময়ী!' তেওঁৰ চিঞৰত ৰাজকুমাৰী চম্পা উচপখাই উঠাদি উঠিল। ওচৰতে বহি থকা মহাৰাজে সেই-কথা লক্ষ্য কৰি স্নেহেৰে ৰাজকুমাৰীৰ মূৰত হাত ফুৰাই দিলে।

: গুৰুদেৱ, দশমহাবিদ্যাৰ বিষয়ে অলপ কওকচোন!

কাষতে জ্বলি থকা আঁৰিয়াটোত নাহৰৰ শুকান গুটি কেইটা-মান দি লিগিৰীটোলৰ লেহেতীয়াটো আঁতৰি যোৱালৈ এবাৰ চাই মহাৰাজে ক'লে।

বকুলৰ পাতৰ ফাঁকেৰে সৰকি অহা জোনাকলৈ এবাৰ চাই বামদেৱে গলগলীয়া মাতেৰে আৰম্ভ কৰিলে—

বিশ্বস্ৰষ্টাসকলৰ যজ্ঞ। বিৰাট আৰম্বৰপূৰ্ণ। সমস্ত দেৱগণ তথা ঋত্বিকসকলৰে যজ্ঞস্থলী পৰিপূৰ্ণ। এনে সময়তে আহিল প্ৰজাপতি দক্ষ। তেওঁক ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ বাদে আন সকলোৱে থিয় হৈ নমস্কাৰ কৰিলে। দক্ষপিতা প্ৰজাপতি ব্ৰহ্মা আৰু ত্ৰিলোকৰ পালনকৰ্তা বাবে বিষ্ণু থিয় নহ'ল দেখি দক্ষই বেয়া নাপালে। কিন্তু জামাতা শিৱই থিয় হৈ সন্মান প্ৰদৰ্শন নকৰা বাবে সতীৰ পিতৃ দক্ষই অপমানবোধ কৰিলে। তেওঁ শিৱক ক্ৰুদ্ধ হৈ নানা হীন বচনেৰে নিন্দা কৰিলে। কিন্তু তাতো তেওঁৰ খং নপলাল।

ঘৰলৈ গৈ দক্ষ প্ৰজাপতিয়ে এক বিৰাট যজ্ঞৰ আয়োজন কৰিলে। এই যজ্ঞলৈ দেৱাসুৰ, যক্ষ-ৰক্ষ, নাগকুল, গন্ধৰ্ব, কিন্নৰ এই সকলোৱে নিমন্ত্ৰণ পালে। নিমন্ত্ৰণ নাপালে কেবল দেৱাদি-দেৱ মহাদেৱে। দক্ষ-কন্যা সতীয়ে যজ্ঞৰ কথা শুনি পিতৃগৃহলৈ যোৱাৰ বাবে ব্যাকুল হৈ স্বামীক ক'লে। শিৱই নিষেধ কৰিলে বিনা নিমন্ত্ৰণে কলৈকো যাব নাপায় বুলি। সতীয়ে ক'লে যে পিতৃ-গৃহলৈ যোৱাৰ বাবে কিহৰ নিমন্ত্ৰণ লাগে? মহাদেৱে তেওঁৰ যুক্তি নামানি বাৰম্বাৰ নিষেধ কৰিলে।

সতীয়ে পোনতে বেজাৰত কান্দিলে। তাৰপিছত তেওঁ অগ্নিমূৰ্তি ধৰি ভয়ানক অট্টহাস্য কৰিলে। ভীষণ মূৰ্তি দেখি দেৱাদিদেৱ মহাদেৱে ভীত ত্ৰস্ত হৈ পলোৱাৰ পথ বিচাৰিলে। কিন্তু কোনফালে পলাব? যিফালেই তেওঁ পলাব খোজে, সিফালেই এক অভিনৱ ভীষণ মূৰ্তি ধৰি দেৱী থিয় হয়। দশোদিশে দহোটা ভীষণ মূৰ্তি। শিৱ দিশহাৰা। ভয়ত বিহ্বল হৈ এটা সময়ত শিৱই সুধিলে— তোমালোক কোন? মোৰ সতী ক'লৈ গ'ল?

: আমিয়েই তোমাৰ সতী। এই ভীষণা দশমূৰ্তি আমাৰেই বিভিন্ন প্ৰকাশ। গতিকে হে শম্ভু, তুমি ভয় নকৰিবা। — এক মূৰ্তিয়ে ক'লে।

শিৱই সুধিলে— তুমিয়েই যদি সতী, তেনেহ'লে এনে কৃষ্ণবৰ্ণা কিয়? এনে ভয়প্ৰদা কিয়?

সতীয়ে ক'লে— মই সতীয়েই এতিয়া ভৈৰৱী মূৰ্তি ধাৰণ কৰিছোঁ। তোমাৰ সমুখত দেখা এই ময়েই আছোঁ কালী মূৰ্তিত; তোমাৰ উৰ্ধদেশত মই আছোঁ মহাকাল স্বৰূপিনী তাৰাৰূপে; তোমাৰ বাঁওফালে আছোঁ ছিন্নমস্তকা— ছিন্নমস্তাৰূপে; বামত আছোঁ ভুবনেশ্বৰীৰূপে; শত্ৰুনাশিনী বগলাৰূপে এয়া মই তোমাৰ পাছফালে আছোঁ; অগ্নিকোণত আছোঁ বিধবাৰূপিনী ধূমাৱতীৰূপে; নৈঋত কোণত এয়া মই ত্ৰিপুৰাসুন্দৰী কমলা; বায়ুকোণত আছোঁ ময়েই মাতংগীৰূপে; ঈশান কোণত আছোঁ বিদ্যমানা মহেশ্বৰী ষোড়শী-

ৰূপে ; আৰু তোমাৰ লগত যে কথা কৈছোঁ, এয়া মই ভীমা ভৈৰবী !'

বিশ্বজননীৰ এই দশবিধ ৰূপৰ নামেই দশমহাবিদ্যা।

কালীতাৰা মহাবিদ্যা ষোড়শী ভুবনেশ্বৰী।
ভৈৰবী ছিন্নমস্তাচ বিদ্যা ধূমাৱতী তথা ॥
বগলা সিদ্ধবিদ্যাচ মাতংগী কমলাত্মিকা।
এতাদশ মহাবিদ্যা সিদ্ধবিদ্যা প্ৰকীৰ্তিতাঃ ॥

কালী মহা মেঘবৰ্ণা। শবাৰূঢ়া। এওঁ চতুৰ্ভূজা। এখন হাতত খড়্গ, এখনত নৰমুণ্ড, এখনত বৰদানৰ ভংগী আৰু চতুৰ্থখনত অভয়দানৰ মুদ্ৰা। সৰ্বপ্ৰাণীকে কলন অৰ্থাৎ গ্ৰাস কৰে যি সি মহাকাল। সেই মহাকালকো কলন কৰে যি তেওঁ মহাকালীকা।

তাৰা নাম্নী মহাবিদ্যা। জীৱক ভৱসাগৰৰপৰা উদ্ধাৰ কৰে বাবেই তেওঁৰ নাম তাৰা। ভীষণ বিপদৰপৰা উদ্ধাৰ কৰে বাবে আন নাম উগ্ৰতাৰা। এওঁ নীলবৰ্ণা, এক জটা, ত্ৰিনয়না, শিৱোপৰি আৰূঢ়া। বাক্‌শক্তি প্ৰদান কৰে বাবে এওঁৰ এটা নাম নীল সৰস্বতী। এওঁ সুখ-মোক্ষ প্ৰদায়িনী। ভয়ংকৰী কিন্তু বৰদা।

ষোড়শী ৰাজেশ্বৰী নামেও খ্যাতা। এওঁ কুম্‌কুমৰ নিচিনা ৰক্তবৰ্ণা ; ত্ৰিনয়না, চতুৰ্ভূজা। এওঁৰ মুখত সদায়েই মধুৰ হাঁহি। ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ, ইন্দ্ৰ আৰু সদাশিৱ এই পঞ্চদেৱতা ষোড়শী দেৱীৰ কোলাত অংশৰূপে অৱস্থিত।

ভুবনেশ্বৰী মহাবিদ্যা। সেন্দুৰৰ নিচিনা এওঁৰ বৰ্ণ। পাশ, অংকুশ আৰু বৰাভয় শোভিতা। ত্ৰিনয়না। ৰক্ত পদ্মৰ ওপৰত এওঁ উপবেশন কৰে।

ভৈৰবী মহাবিদ্যা। এওঁ ৰক্তবৰ্ণা তথা চতুৰ্ভূজা। কাল ভৈৰবৰ ভাৰ্যা বুলিয়েই ভৈৰবী। এওঁ জীৱৰ যম-যাতনা নাশ কৰে। ললাটত অৰ্ধচন্দ্ৰ বিৰাজিত ভৈৰবীৰ দেহৰ কান্তি তপ্ত সূৰ্যৰ নিচিনা। দেৱীৰ দুই হাতত জপমালা আৰু পুথি, আন দুখন হাতত বৰ আৰু অভয় মুদ্ৰা।

ছিন্নমস্তা মহাবিদ্যা। ৰক্ত পদ্ম বৰ্ণা, দ্বিভূজা, দ্বিগম্বৰী, স্বহস্তে নিজ মুণ্ড কাটি হাতত ধাৰণ কৰিছে। এখন হাতত খড়্গ, আনখনত নিজৰ মুণ্ড। কণ্ঠৰপৰা অহোৰাত্ৰ ৰুধিৰ উঠিব ধৰিছে। এধাৰ পৰিছে নিজৰ মুখত, আৰু আন ধাৰা দুয়োফালে থকা ডাকিনী বৰ্ণিনী নামৰ সখীয়ে পান কৰিছে।

ধূমাৱতী মহাবিদ্যা। অতি বৃদ্ধা, বিধবা তথা ধূম্ৰবৰ্ণা। এওঁ বিস্তাৰ বদনা, ক্ষুধাকাতৰা। দ্বিভূজা। একহস্ত কম্পমান, আন হাতত কুলা। ধূম্ৰাসুৰক বধ কৰি নাম পাইছে ধূমাৱতী। এওঁৰ দেহভংগী কুটিল, দৃষ্টিও কুটিল। এওঁ ৰুক্ষা তথা কলহপ্ৰিয়া।

বগলামুখী মহাবিদ্যা। এওঁ পীতবৰ্ণা। এওঁৰ এখন হাতত মুদ্গৰ। আনখন হাতেৰে তেওঁ অসুৰৰ জিভা টানি ধৰিছে। বগলা-মুখীৰ মন্ত্ৰ স্মৰণত অসম্ভৱো সম্ভৱ হয়, বায়ুৰ গতি স্তব্ধ হয়, অগ্নিও শীতল হয়।

মাতংগী মহাবিদ্যা। শ্যামবৰ্ণা, চতুৰ্ভুজা, ত্ৰিলোচনা এই দেৱীয়ে কপালত অৰ্ধচন্দ্ৰ ধাৰণ কৰিছে। এওঁ সদা হাস্যময়ী। এওঁক আৰাধনা কৰি শ্ৰীলাভ কৰিব পাৰি। মতংগাসুৰক বধ কৰি এও নাম পাইছে মাতংগী।

কমলাত্মিকা মহাবিদ্যা। স্বৰ্ণৰ নিচিনা এওঁৰ দেহ উজ্জ্বল। চাৰিটা শুকুলা হাতীয়ে শুৰেৰে অমৃতপূৰ্ণ চাৰিটা স্বৰ্ণ-কুম্ভ গ্ৰহণ কৰি কমলাদেৱীক অভিষেক কৰিছে। এওঁ পট্টবস্ত্ৰ পৰিধান কৰে তথা পদ্মত উপবেশন কৰে! বৈকুণ্ঠত এও কমলা আৰু পাতালত লক্ষ্মীৰূপা।

এচাটি চেঁচা বতাহে ৰাজকুমাৰীক কঁপাই দিলে। তেওঁ ফালিখন ভালকৈ লৈ সমুখত গুণবালা লিগিৰীয়ে থৈ যোৱা কল-পাতখিলালৈ চালে। পকা অমিতা, কল, বুট-মাহ আৰু তিয়ঁহ। তেওঁ এইবাৰ বামদেৱলৈ চাই পঠিয়ালে। বামদেৱে অমিতা এডোখৰ মুখত সুমুৱাই অলপ আঁতৰত থোৱা মাটিৰ ডাঙৰ

মলাটোলৈ চাই চাই কিবা চিন্তা কৰি আছিল। মলাটোত অগৰু কাঠ এটুকুৰা জ্বলি আছিল আৰু তাৰপৰা ফুৰফুৰকৈ ওলোৱা সুন্দৰ গন্ধই পৰিবেশটো বৰ পবিত্ৰ কৰি তুলিছিল।

'দেৱীয়ে সুৰথ ৰজাক ৰাজ্য ওলোটাই দিয়াৰ কথা কৈছিলো। সেয়া অৱশ্যে বহু প্ৰাচীন কাহিনী। কিন্তু বেছি যুগৰ কথা নহয়, সৌমাৰৰ চুহুংমুং দিহিংগীয়া ৰজাৰ দিনত হেঙুলপুৰ নগৰৰ লহকৰ ভূঞা ৰজা, ধলপুৰ নগৰৰ কাশীদত্ত ভূঞা ৰজা, হাবুংপুৰ নগৰৰ পদ্মদত্ত ভূঞা ৰজাকে আদি কৰি বাৰেভূঞাৰ বাৰজন ৰজাক দেৱীয়ে ৰক্ষা কৰিছিল।'

হস্ত প্ৰক্ষালন কৰি মুখ মচি বামদেৱে আৰম্ভ কৰিলে।

বাৰেভূঞা ৰজাসকলক দিহিংগীয়া ৰজাই ক'লে— 'তোমালোকে মোক সেৱা কৰি মিল হৈ থাকাহঁক!' এনে বোলাতে বাৰেভূঞা ৰজাসকলে ক'লে— বোলে, আমি জয়ন্তী গোসানীৰ বাজে আন কাৰো সেৱা নকৰোঁ। এনে কথা শুনি স্বৰ্গদেৱে তেওঁলোকক বন্দী কৰি আনিলে। কিন্তু বাৰেভূঞা ৰজাসকলক একো কামৰ বাবে যোগ্য যেন নেদেখি তাম্ৰেশ্বৰী গোসানীৰ আগলৈ বলি দিবলৈ পঠিয়ালে। দূতে ৰজাসকলক গোসানীৰ মণ্ডপত থৈ দোলৰ ঠাকুৰহঁতৰ সহিতে সমালোচনা কৰি কাইলৈ বলি দিম বুলি সেই ৰাতি ব্ৰত কৰাই থোৱাতে বাৰেভূঞা ৰজাসকলে একান্তমনে ইষ্টদেৱী ভগৱতীৰ আগমী তন্ত্ৰোক্তমতে বীজমন্ত্ৰ স্মৰণ কৰি অনেক প্ৰকাৰে তুতি কৰিবলৈ ধৰিলে—

আদ্যাশক্তি পূৰ্ণদেৱী তাম্ৰমন্দিৰবাসিনী
তস্যাঃ মাতা জগৎহৰ্ত্তা স্বৰ্ণমস্ত্ত নমস্তুতে।

দেৱী সন্তুষ্টা হৈ সৌমাৰ ৰজাৰ দূতক স্বপ্নাদেশ দিলে— এই বাৰেভূঞা ৰাজাসকল মোৰ পুত্ৰ। মোক পূজিবলৈ অবহেলা কৰিলতহে ইহঁতৰ এনে অৱস্থা হৈছে। তথাপি মই ইহঁতক কেতিয়াও বলি নলওঁ। তহঁতে অসম ৰাজাৰ আগত মোৰ কথা ক'বিগে। বাৰেভূঞাইঁত অনেকদিন ৰাজা হৈ আছিল। মইহে

ইইঁতক ৰাজ্য ভাঙি অসম ৰাজ্যৰ বক্ষপৃষ্ঠ দেশখন লৈ দিছোঁ। বাৰেভূঞাইঁত ৰাজা। জ অক্ষৰৰ আকাৰটো গুচাই ৰাজনাম সুগু-চাই সেই নামেই বাৰকে বাৰখন বিষয় দি ভালৰূপে ৰাখিব। আজিৰেপৰা অসম ৰাজাই ইইঁতে সৈতে একো বিবাদ ও খিয়াল নকৰিব। মোৰ কথা সুশুনি যদি কৰে, তেতিয়া হ'লে অসম ৰাজাই বিষম পাব।

এই স্বপ্ন দেখিলত ৰজাৰ দূতসকলে বাৰেভূঞা ৰাজাসকলক ভেটাই দি স্বপ্নৰ আদেশৰ কথা জনোৱাত অসম ৰাজাই গোসানীলৈ ভয় কৰি গোসানীৰ আজ্ঞামতেই বাৰেভূঞা ৰাজা-সকলক অনেক আশ্বাস দি ৰাজ নাম ৰাখি জ অক্ষৰৰ আকাৰ গুচাই বাৰেওজনা ভূঞা ৰাজাক বাৰে-ৰাজখোৱা বিষয় দি ৰাজ-সভাত ৰাখিলে।

ঃ গুৰুদেৱ! —বামদেৱ মৌন হোৱা দেখি মহাৰাজে হাত যোৰ কৰি ক'লে—আপুনি সুৰথ ৰজা আৰু সমাধি বৈশ্যৰ কথা ক'লে। কিন্তু তেওঁলোক কোন অলপ কওক চোন।

মহাৰাজৰ বিনীত প্ৰশ্নত বামদেৱ যেন সন্তুষ্ট হ'ল, এনে ভাবত তেওঁ ক'লে—শুনক তেনে মহাৰাজ!

স্বাৰোচিষ মন্বন্তৰত চৈত্ৰ বংশোদ্ভৱ মহাৰাজ সুৰথ সমস্ত পৃথিৱীৰ অধিপতি আছিল। ধৰ্মপ্ৰাণ, পুণ্যবান ৰজা সুৰথৰ ৰাজত্বত প্ৰজাসকলে সুখে-সন্তোষে বাস কৰিছিল। পুণ্যৰ ফল সুখ। ৰজাৰ পুণ্যই ৰাজ্যৰ সুখ আৰু সমৃদ্ধিৰ কাৰণ।

কিন্তু সৃষ্টি পৰিবৰ্তনশীল। সুখ-দুখ, উত্থান-পতন এটাৰ পাছত আনটো আহিয়েই আছে। সুৰথ ৰজাৰো ভাগ্য সলনি হ'ল। দুখৰ অমানিশাই কৰাল বদন মেলি সুৰথ ৰজাক আবৰি পেলালে। শত্ৰুৰ হাতত পৰাজিত হৈ সুৰথ ৰজা ৰাজ্যহাৰা হোৱাই নহয়, স্ত্ৰী-পুত্ৰ, অমাত্যবৰ্গৰদ্বাৰা নিগৃহীত হৈ ভাগ্যৰ বিড়ম্বনাত মনৰ বেজাৰত তেওঁ বনলৈ গুচি গ'ল।

সেই বনতে মেধস ঋষিৰ আশ্ৰম। ঋষিয়ে সুৰথ ৰজাক

বৰ আদৰ সাদৰ কৰি থাকিবলৈ দিলে। কিন্তু সেই মনোৰম আশ্ৰমৰ সমাহিত ৰূপেও ৰজাক শান্তি দিব নোৱাৰিলে। স্ত্ৰী-পুত্ৰ, আত্মীয়-স্বজনৰ চিন্তাত অহৰহ কাতৰ হৈ তেওঁ অৰণ্যৰ মাজে মাজে ঘূৰি ফুৰিবলৈ ধৰিলে। এইদৰে ঘূৰি ফুৰোঁতে তেওঁ এদিন বিষণ্ণ মুখৰ মানুহ এজন পালে। ৰজাই আগুৱাই গৈ আথেবেথে সুধিলে—বন্ধু, আপোনাৰ মুখ মলিন আৰু হৃদয় বিষাদপূৰ্ণ। ইয়াৰ কাৰণ কি? কিহৰ বাবে আপুনি এই গভীৰ অৰণ্যত প্ৰবেশ কৰিছে?

ৰজাৰ প্ৰীতিপূৰ্ণ বাক্যই নবাগতৰ হৃদয় স্পৰ্শ কৰিলে। ৰজাক তেওঁৰ আপোন যেন লাগিল। সেয়ে তেওঁ ক'ব ধৰিলে—মোৰ নাম সমাধি। বৈশ্যকুলত জন্ম। মই প্ৰচুৰ ধন-সম্পদৰ অধিকাৰী আছিলোঁ। মোৰ একোৰেই অভাব নাছিল। কিন্তু দৈৱৰ দুৰ্বিপাকত পৰা বাবে স্ত্ৰীয়ে পতিপ্ৰেম, পুত্ৰই পিতৃভক্তি, আত্মীয় তথা বন্ধুবৰ্গই স্বজন প্ৰীতি বিসৰ্জন দি ছলে-বলে কৌশলে মোৰ সমস্ত অৰ্থসম্পদ অপহৰণ কৰি মোক ঘৰৰপৰা খেদি দিছে। সেয়ে মই বনলৈ শান্তি বিচাৰি আহিছোঁ। কিন্তু এই অৰণ্যৰ মাজতো মই তেওঁলোকৰ কথা পাহৰিব পৰা নাই। তেওঁলোকৰ কোনো খা-খবৰ নাপাই আৰু বিশেষতঃ তেওঁলোকে সুখতেই আছেনে দুখতে আছে এই কথা জানিব নোৱাৰি মোৰ মন বৰ ব্যাকুল হৈ পৰিছে। কোনোমতেই মই শান্তি পোৱা নাই।

ৰজাই আচৰিত হৈ সুধিলে—যাৰদ্বাৰা আপুনি বঞ্চিত হৈ নিপীড়িত হৈছে আৰু ঘৰৰপৰা খেদা খাইছে, যিবিলাকে আপোনাৰ প্ৰতি মায়ামোহ ত্যাগ কৰি শত্ৰুৰ নিচিনা ব্যৱহাৰ কৰিছে, সিহঁতৰ মংগল চিন্তাত আপুনি কিয় কাতৰ হৈছে?

: এৰা আপুনি ঠিকেই কৈছে! —সমাধিয়ে বিষণ্ণ কণ্ঠেৰে ক'লে—কিন্তু নাজানো মোৰ মন কিয় তেওঁলোকৰ প্ৰতি নিৰ্দয় নহয়।

ৰজা সুৰথৰো একেই অৱস্থা। গতিকে দুয়োৰে মাজত বন্ধুত্ব হ'ল। লাঞ্ছিত, ত্যক্ত হৈও লাঞ্ছনাকাৰীৰ প্ৰতি মন কিয়

বিৰূপ নহয়, এই বিষয়ে তেওঁলোকৰ বহু আলোচনা হ'ল। কিন্তু তাৰ প্ৰকৃত কাৰণ তেওঁলোকে নিৰ্ণয় কৰিব নোৱাৰিলে। সেয়ে তেওঁ-লোকে মেধস ঋষিৰ ওচৰলৈ গৈ নিবেদন কৰিলে— হে মুনিবৰ, বিষয়-বাসনাৰ দোষৰ কথা জানো। বিষয়-বাসনা যে দুঃখপ্ৰদ তাকো আমি জানো। যাক আপোন বুলি ভাবোঁ, সি যে আপোন নহয়, সেই অভিজ্ঞতাও আমাৰ হৈছে। তথাপি সিহঁতৰ মংগল চিন্তাতেই আমি কাতৰ হৈছোঁ আৰু আমি অশান্তিত কটাইছোঁ। ইয়াৰ কাৰণ কি?

মুনিবৰে স্নিগ্ধ হাঁহি মাৰি ক'লে— অপত্য স্নেহ আৰু মায়াই ইয়াৰ কাৰণ। কেৱল মানুহেই নহয়, পশু-পক্ষীয়েও এই অপত্য স্নেহৰ বশৱৰ্তী হৈ নিজে অভুক্ত থাকিও নিজৰ ভাগৰ খাদ্য-দ্ৰব্য সন্তানৰ মুখত তুলি দিয়াৰ দৃশ্য দেখিবলৈ পোৱা যায়। ইয়াত আচৰিত হ'ব লগা একো নাই। মহামায়াই এই অপত্য স্নেহ বা মায়াৰ সৃষ্টি কৰি সকলো জীৱকে ইয়াৰ মাজত আবদ্ধ ৰাখিছে। এই মায়াই জগত্পতি হৰিৰ যোগনিদ্ৰা। এই মহা-মায়াৰূপিণী দেৱী ভগৱতীয়ে অকল বিবেকহীনৰেই নহয়, বিবেকী সকলৰো চিত্ত বলপূৰ্বক আকৰ্ষণ কৰি মোহাবৃত কৰে। এই দেৱীয়েই সৃষ্টি-স্থিতি-লয়ৰ কাৰণ। চৰাচৰ সমস্ত বিশ্ব তেওঁৰেই সৃষ্টি। ব্ৰহ্মবিদ্যাৰূপিনী সনাতনী এই দেৱীয়েই সংসাৰৰ বন্ধন আৰু মুক্তিৰ হেতু। এই দেৱী নিত্যা। তেওঁৰ জন্ম-মৃত্যু নাই। জন্ম-মৃত্যুবিহীনা এই দেৱী দেৱতাসকলৰ কাৰ্য্যসিদ্ধিৰ বাবে আবিৰ্ভূতা হয়। নিত্যা হ'লেও তেওঁ জন্মগ্ৰহণ কৰে। দেৱীৰ জন্ম-কৰ্ম যিদৰে অভূতপূৰ্ব, তেনেদৰে আশ্চৰ্যজনকো।

তাৰপাছত মেধস ঋষিয়ে দেৱীৰ মাহাত্ম্য সুৰথ ৰজা আৰু সমাধি বৈশ্যক বিবৰি কৈ তেওঁলোকক দেৱীৰ পূজাৰ ব্যৱস্থা কৰিবলৈ উপদেশ দিলে। তেওঁলোকে সেই উপদেশমতে নৈৰ পাৰলৈ গৈ দেৱীৰ মৃন্ময় প্ৰতিমা স্থাপন কৰি তিনি বছৰ কাল কঠোৰ তপস্যা আৰু পূজাত ব্ৰতী হ'ল। দেৱী সন্তুষ্ট হৈ দেখা

দি কি বৰ লাগে সুধিলে। সুৰথ ৰজাই হৃতৰাজ্য বিচাৰিলে আৰু সমাধি বৈশ্যই বিচাৰিলে ব্ৰহ্মজ্ঞান। দেৱীয়ে 'তথাস্তু' বুলি কৈ অন্তৰ্ধান হ'ল।

: এটা সৰু প্ৰশ্ন গুৰুদেৱ; —মহাৰাজে বিনীত কণ্ঠেৰে ক'লে— পৰম ব্ৰহ্ম নিৰাকাৰ। তেনে অৱস্থাত মূৰ্তি পূজাৰ আৱশ্যক কি?

বামদেৱে এবাৰ ৰজালৈ গভীৰ দৃষ্টিৰে চাই পঠিয়ালে। বামদেৱৰ হৃদয়ভেদী দৃষ্টিয়ে ৰাজকুমাৰী চম্পাক শংকিত কৰি তুলিলে। কিন্তু পিছমুহূৰ্তত বামদেৱৰ মুখত প্ৰশান্ত হাঁহি দেখি ৰাজকুমাৰী আশ্বস্ত হ'ল।

: যজ্ঞত কোনো মূৰ্তিৰ আৱশ্যকতা নাথাকিব পাৰে। —বামদেৱে সংযত কণ্ঠেৰে কৈ গ'ল—কাৰণ অগ্নিকেই দেৱতাৰ মুখ বুলি ভাবি একমাত্ৰ অগ্নিৰ মাধ্যমত সকলো দেৱতাৰ উদ্দেশ্যে যজ্ঞীয় দ্ৰব্যাদি অৰ্পণ কৰা হয়। পূজাত কিন্তু প্ৰতিমা অপৰিহাৰ্য। ঈশ্বৰৰ সতে কুটুম্বতাক অন্তৰংগ তথা প্ৰগাঢ় কৰিবৰ নিমিত্তে অৰ্চনাই হ'ল আটাইতকৈ শক্তিশালী মাধ্যম; এই কথা ভক্তি শাস্ত্ৰবিদ আচাৰ্যসকলৰ দ্বাৰা অনুমোদিত। আকাশৰ উত্তৰ ভাগত সপ্তৰ্ষিমণ্ডলৰ মাজত থকা নক্ষত্ৰ এটা হ'ল বশিষ্ঠ। সেই বশিষ্ঠৰ ওচৰতে আছে অত্যন্ত ক্ষুদ্ৰ নক্ষত্ৰ অৰুন্ধতী। অৰুন্ধতীক চিনাবলৈ হ'লে বশিষ্ঠক দেখুৱাব লাগিব। বশিষ্ঠক চিনিলে অৰুন্ধতীক চিনাটো সহজ হৈ পৰে। পণ্ডিতসকলে ইয়াকেই 'অৰুন্ধতী ন্যায়' বোলে। এই ন্যায়টোৰ তাৎপৰ্য হ'ল—সূক্ষ্ম বস্তুৰ বিষয়ে জানিবলৈ হ'লে স্থূলবস্তুৰ সহায় ল'ব লাগে। ইয়াকেই বোলা হয় প্ৰতীক উপাসনা। মূৰ্তিপূজাৰ প্ৰয়োজনীয়তা স্থূলবুদ্ধিৰ প্ৰবৰ্তকৰ পক্ষে উত্তম উপায়। ভগবৎ বিগ্ৰহ প্ৰতীক; কিন্তু এইটোৱেই মূৰ্তি সম্বন্ধে শেষ কথা নহয়। সাধনাৰ আৰম্ভণীতে শ্ৰীমূৰ্তি প্ৰতীক হ'ব পাৰে, কিন্তু সাধনাৰ পৰিণতিত সেইটো চিন্ময় সত্বা। মৃন্ময় প্ৰতীক চিন্ময় সত্বাত পৰিণত হ'লেই পূজা সাৰ্থক হয়।

বামদেৱৰ পাণ্ডিত্যত তেওঁৰ প্ৰতি ৰাজকুমাৰী চম্পাৰ শ্ৰদ্ধাত

মূৰ দোঁ খাই গ'ল। এনে এক অসাধাৰণ তথা জটিল তত্ত্ব ইমান সহজভাবে বুজাই দিব পৰা ব্যক্তি নিশ্চয় সাধাৰণ হ'ব নোৱাৰে।

: গুৰুদেৱ।

ৰাজকুমাৰীৰ শ্ৰদ্ধামিহলি কণ্ঠস্বৰত কেবল বামদেৱেই নহয়, মহাৰাজেও আচৰিত হৈ জীয়েকলৈ চালে।

: আপুনি স্বাৰোচিষ মন্বন্তৰৰ কথা কৈছে। কিন্তু মন্বন্তৰ কি? —ৰাজকুমাৰী চম্পাই স্পষ্ট মাতেৰে ক'লে।

বামদেৱে মৌন হৈ থকা শ্ৰোতামণ্ডলীৰ মুখলৈ একোবাৰ চাই বতাহত জিৰ্ জিৰ্ কৈ কঁপি থকা বকুলৰ পাতলৈ মূৰ তুলি চালে। ৰাজকুমাৰীয়ে তেওঁৰ নীৰবতাত মনে মনে ভয় খালে। অবাঞ্ছিত প্ৰশ্নই তান্ত্ৰিকৰ ক্ৰোধ উৎপন্ন কৰিলে নেকি, তান্ত্ৰিকে ৰাজকুমাৰীক বাচাল বুলি গণ্য কৰিছে নেকি —এনেবোৰ চিন্তাই তেওঁক নিমিষতে জুমুৰি দি ধৰিলে। তেওঁৰ সৰ্বাংগতে স্বেদবিন্দু বিৰিঙি উঠিল।

: আপুনি যথাৰ্থ প্ৰশ্নই কৰিছে ৰাজকুমাৰী। মই বৰ সন্তোষ পাইছোঁ আপোনাৰ জ্ঞানস্পৃহা দেখি।

ভালেমান সময়ৰ পাছত বামদেৱে কোমল মাতেৰে ক'লে। তেওঁৰ কণ্ঠস্বৰ লক্ষ্য কৰি ৰাজকুমাৰীয়ে স্বস্তিৰ নিশ্বাস এৰি ফালিৰ আঁচলেৰে মুখমণ্ডলৰপৰা সাবধানে ঘামৰ টোপালবোৰ মচি পেলালে।

: সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি এই চাৰিটা যুগৰ পৰিমাণ তিয়াল্লিছ লক্ষ কুৰি হাজাৰ বছৰ। চাৰিযুগত এক দৈৱযুগ বা মহাযুগ হয়। এহাজাৰ দিব্যযুগত এক কল্প বা সৃষ্টি। প্ৰত্যেক সৃষ্টিতে চৈধ্যজন মনু অৰ্থাৎ সৃষ্টিৰ অধিপতি হয়। এক এক মনুৰ অধিকাৰ কালৰ অন্তত যেতিয়া অন্য মনুৰ অধিকাৰ কালৰ প্ৰবৰ্ত্তন হয়, সেই সন্ধি সময়ৰ নাম মন্বন্তৰ সন্ধি। মনু ব্ৰহ্মাৰ পুত্ৰ আৰু মনুষ্যজাতিৰ আদি পুৰুষ। চৈধ্যটা কল্পৰ

চৈধ্যজন মনু। তেওঁলোক হ'ল যথাক্রমে— স্বায়ম্ভুব, স্বাৰোচিষ, উত্তম, তামস, ৰৈৱত, চাক্ষুষ, বৈবস্বত, সাৱৰ্ণি, দক্ষ সাৱৰ্ণি, ব্ৰহ্ম সাৱৰ্ণি, ৰুদ্ৰ সাৱৰ্ণি, ধৰ্ম সাৱৰ্ণি, দেৱ সাৱৰ্ণি (ৰৌচ্য) আৰু ইন্দ্ৰ সাৱৰ্ণি (ভৌত্য)। বৰ্তমান বৈবস্বত মনুৰ অধিকাৰ কালৰ অষ্টাবিংশ মহাযুগৰ অন্তৰ্গত কলিযুগ চলিছে। এই বৈবস্বত মনুৰ অবসানত সাৱৰ্ণি মনু আহিব।

: গুৰুদেৱ, 'পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্যা' বুলি নিদান দি আমাৰ স্বাধীনতা খৰ্ব কৰা মনুসংহিতা নামৰ স্মৃতিশাস্ত্ৰখন এই চৈধ্যজন মনুৰ কোনজনে ৰচনা কৰিছিল?

এইবাৰ বামদেৱে বিস্ময়াভিভূত হৈ ৰাজকুমাৰী চম্পালৈ চালে। বামদেৱৰ ধাৰণা আছিল, ৰাজকুমাৰী নাৰী বাবেই শাস্ত্ৰৰ কথা সিমান নাজানে। গতিকে আন দহজনী গাভৰু আৰু ৰাজকুমাৰীৰ মাজত তেনেকৈ পাৰ্থক্য নাই। কিন্তু মনুসংহিতাৰ উদ্ধৃতি দিয়া এই কন্যাটি আনতকৈ বেলেগ বুলি আবিষ্কাৰ কৰি বামদেৱে মনৰ ভিতৰতে এক জোকাৰণি খালে। লগে লগে তেওঁৰ ৰাজকুমাৰীৰ প্ৰতি শ্ৰদ্ধা উপজিল। লগতে তেওঁ সচকিতও হ'ল। বামদেৱৰ ভাব হ'ল, তেওঁৰ কৰ্তৃত্বৰ প্ৰতি এই চতুৰা, বিদূষী তথা নিৰ্ভীক নাৰীয়ে প্ৰত্যাহ্বান হৈ থিয় দিব পাৰে কেতিয়াবা।

বামদেৱে মহাৰাজ আৰু মহাৰাণীৰ মুখলৈ চালে। দুহিতাৰ মনীষাত পিতৃ-মাতৃৰ মুখমণ্ডল গৌৰৱত উজ্জ্বল হৈ পৰা দেখি বামদেৱে গভীৰ কণ্ঠেৰে ক'লে— 'স্বায়ম্ভুব মনু! বোম মা তাৰা!' লগে লগে তেওঁ অদ্ভুত ধৰণে গম্ভীৰ হৈ পৰিল।

তাই ধীৰে ধীৰে চকুহাল মেলি দিলে। লগে লগে আকাশৰ নীলাবোৰে তাইৰ মন ভৰাই দিলে। তাই কিছুসময় সেই নীলা-বোৰৰ মাজে মাজে ভাহি ফুৰা চিলনীৰ জাকটোলৈ চাই থাকিল। তাইৰো চৰাইৰ নিচিনাকৈ আকাশত উৰি ফুৰিবৰ মন গ'ল। মানুহ চৰাইৰ নিচিনাকৈ আকাশত উৰিব পৰা হ'লে তাই আৰু তিলে-শ্বৰে ডেউকাত ডেউকা লগাই উৰি ফুৰিলেহেঁতেন। নতুবা বুঢ়ী-আয়ে কোৱা ৰাবণ ৰজাৰ পুষ্পক ৰথখনৰ নিচিনা ৰথ এখন থকা হ'লে তাই সদায় সেইখনতে উঠি ফুৰিলেহেঁতেন! তিলেশ্বৰৰ সতে তাই সেই ৰথৰপৰা তলৰ পৃথিবীখন কেনে দেখি চালেহেঁতেন!

হঠাতে তাইৰ তন্দ্ৰাভাব কাটি গ'ল। তাইৰ উন্মুক্ত বক্ষত হাত এখন থৈ কাষতে বননিত শুই থকা তিলেশ্বৰলৈ তাই মুখটো ঘূৰাই চালে। শুই থকা অৱস্থাত তাৰ মুখখন আৰু বেছি মৰম লগা হৈ পৰিছিল। তাই অতি সন্তৰ্পণে তাৰ হাতখন আঁতৰাই উঠি বহিল। কঁকালৰ তলত পৰি থকা দখ্‌নাখন তাই বুকুলৈ তুলি মেঠনি মাৰি কাষতে পৰি থকা ফালিখন চপাই আনি গাত ল'লে। এইবাৰ তাই আউল-বাউল হৈ পৰা দীঘল চুলিটাৰি দুয়োহাতেৰে কোচাই খোপা বান্ধি তালৈ চালে। সি তেতিয়াও শুয়েই আছিল। অলপ আঁতৰৰ জোপোহাৰপৰা বনকুকুৰাই মতা সত্বেও সি সাৰ

পোৱা নাছিল। তাৰ কপালত ঘাম বিৰিঙি উঠিছিল। দেহতো।

তাই ফালিৰ আঁচলেৰে আলফুলকৈ তাৰ কপালত বিৰিঙি উঠা ঘামৰ কণিকাবোৰ মচি দিলে। কিন্তু হঠাতে তাৰ দেহৰ ঘামমিশ্ৰিত গন্ধই তাইক উন্মনা কৰি তুলিলে।

পাকৈঢোৰা এটাৰ মাতত তাইৰ চমক ভাঙিল। তাই তললৈ চাই পঠিয়ালে। তিলেশ্বৰে ইতিমধ্যে সাৰপাই তাইৰ মুখলৈ চাই আছিল। তাই তাৰ মুখমণ্ডলত আলফুলকৈ আঙুলি বুলাই সলজ্জ হাঁহি এটিৰে ক'লে— 'তিলে উঠা, মোৰ কাৰেঙলৈ যোৱাৰ সময় হ'ল।' সি একো উত্তৰ নিদি দুহাত প্ৰসাৰিত কৰি তাইক তাৰ বুকুলৈ টানি নিলে।

ঃ তিলে! —তাই তাৰ কাণৰ কাষত মুখ থৈ কঁপা কঁপা মাতেৰে ফুচফুচাই কোৱাদি ক'লে— 'চাওঁ দেহলাউটো মোৰ, এৰ। বেলি কোঁতিয়াবাই লহিয়ালে। ৰণুৱা গোটাবলৈ চাউদাং পায়হিয়েই লাগে!

ইমানদিনে 'তুমি' সম্বোধন কৰা তিলেশ্বৰ কেইটামান মুহূৰ্তৰ ভিতৰতে তাইৰ বাবে 'তই' হৈ গ'ল। তাইৰ এনে লাগিল, কিছুবেলি আগেয়ে সি যেন তাইৰ অভ্যন্তৰত প্ৰবেশ কৰি তাইৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে মিলি এক হৈ গ'ল। সি যেন এতিয়া আৰু অইন এক স্বকীয়া সত্তা নহয়, এতিয়া সিহঁতৰ একেই সত্তা; এতিয়া যেন তায়েই তিলেশ্বৰ আৰু তিলেশ্বৰেই তাই। তাইৰ দেহ-মনৰ গৰাকী সি: তাৰো দেহ-মনৰ গৰাকিণী তাই। তাইৰ মনৰ মাজত এনে প্ৰতীতি জন্মাৰ বাবে তাক ছিয়া উবুৰিয়াই কৃতজ্ঞতা জনাবৰ মন গ'ল তাইৰ।

তাইক সি তাৰ অনিচ্ছাসত্বেও এৰি দিলে। তাই থিয় দি কাপোৰ-কানিবোৰ ঠিক কৰি তাৰফাললৈ মৰম লগাকৈ চালে। সি মাটিত বাগৰি থকাৰপৰা উঠিল। তাই তাৰ কাষচাপি গ'ল। তাইৰ মুখখন তাৰ মুখৰ ফাললৈ আগবাঢ়ি গ'ল। তাৰো মুখমণ্ডল

তললৈ নামি আহিল। আৰু এটা সময়ত সিহঁতে পৰস্পৰক চুম্বন কৰিলে।

: মই যাওঁগৈ তিলে, পৰহিলৈ আকৌ আহিম। মোৰ মনটো কিন্তু তোৰ কাষতে থাকিব!

সেমেকা মাতেৰে কৈ তাই ধাঁৰ খোজেৰে বটগছজোপাৰ ডালৰপৰা মাটিলৈ ওলমি পৰা শিপাৰে সৃষ্টি হোৱা সুৰংগৰ নিচিনা ঠেক বাটটোৰ ফালৈ অগ্ৰসৰ হ'ল। গাঁৱৰ মূৰৰ হাবিখনৰ মাজত থকা এই ঠাইডোখৰলৈ সোমোৱা বাট মাথোঁ বটজোপাৰ তলৰ এই সুৰংগটো। এফালে নদীখন আৰু আন-ফালে বিয়াগোম শিলে প্ৰায় বৰ্তুলাকাৰ ঠাইডোখৰ একপ্ৰকাৰ অগম্য কৰি থৈছে।

: এই শুনচোন।

খোজৰ তালে তালে সৃষ্টি হোৱা তাইৰ নিতম্বৰ দোলনিলৈ চাই সি মাতিলে। তাই ৰৈ দি অলপ ঘূৰি তালৈ চালে। সি তাইৰ ফালৈ আগুৱাই গ'ল।

: তোক হাবিখনৰ সীমালৈ আগুৱাই দিওঁ ব'ল।

বটগছৰ শিপাৰ সুৰংগ পাৰ হৈ সিহঁতে হাতত ধৰাধৰিকৈ প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰৰ তলেদি পুবফাললৈ আগবাঢ়িল। কিন্তু কিছুদূৰ যোৱাৰ পাছত এঠাইত সিহঁত থমকি ৰ'ল। তাই তাক সজোৰে সাবটি ধৰি সভয়ে সমুখৰ দৃশ্যলৈ চালে। সিহঁতৰপৰা ডেৰকুৰি হাতমান আঁতৰত প্ৰকাণ্ড ফেঁটীসাপ এডালে তাৰ প্ৰকাণ্ড ফেঁট তুলি ৰৈ আছিল। ৰৈ ৰৈ সি ফোঁচ ফোঁচ শব্দ কৰি আছিল।

কিমান সময় সিহঁতে আচন্ন হৈ সাপডাললৈ চাই আছিল, নাজানে। হঠাতে এক বিকট শব্দই সিহঁতৰ চমক ভাঙিলে। সিহঁতে শব্দ অহাৰ ফাললৈ চালে। এজাক ময়ূৰ ক'ৰবাৰপৰা উৰি আহি কাষৰ মুকলি ঠাইডোখৰত পৰিছে। সিহঁতে ইটোৱে-সিটোক খেদি কেঁক্ কেঁক্ কৰি কৰ্কশ স্বৰেৰে চিঞৰিছে। প্ৰকাণ্ড গছ এজোপাৰ আঁৰত থকা বাবে ম'ৰাৰ জাকটোৱে তিলেশ্বৰহঁতক দেখা নাছিল।

হঠাতে ম'ৰা এটাই ময়ূৰী এজনীক খেদি গ'ল। তাই সাপ-ডালৰ ফাললৈ লৰ মাৰিলে। ম'ৰাটোৱেও পিছে পিছে গ'ল। আৰু লগে লগে তিলেশ্বৰহঁত আচৰিত হৈ গ'ল। ময়ূৰ-ময়ূৰীক দেখাৰ লগে লগে সাপডালে ফেঁট নমাই বিজুলীস্ঞ্চাৰে উত্তৰফালৰ হাবিৰ মাজলৈ গুচি গ'ল। সাপটোক বোধকৰোঁ ম'ৰাটোৱে দেখিলে। সিও খেদামাৰি যোৱাদি দৌৰি গৈ হাবিৰ মাজত সোমাল আৰু কিছুবেলিৰ পাছত গহীন গহীন খোজেৰে ওলাই আহিল।

: ৰংদৈ, পৰহিলৈ তই আহিব নালাগে। সাপডাল দেখি-লিয়েই নহয়!

হাবিৰ কাষেদি গাঁৱলৈ যোৱা পথৰ ওচৰত বৈ সি ক'লে। তাই তাৰ চকুলৈ কিছুপৰ বৰ করুণ দৃষ্টিৰে চালে।

: তোৰ বাবে মই সাপলৈকো ভয় নকৰোঁ, তিলে। পিছে তয়ো নাহিবি ইয়ালৈ। মোৰ তোৰ বাবেহে ভয় হৈছে।

এক দীৰ্ঘনিশ্বাস এৰি দি ৰংদৈয়ে গাঁৱলৈ যোৱা আলিত উঠিল।

পুখুৰীৰ পাৰৰ বিয়াগোম পাকৰিজোপাৰ ওচৰত তিলেশ্বৰ থমকি ৰ'ল। ডেকা এটাই কিবা কৈ আছিল আৰু বিভিন্ন বয়সৰ এজাক মানুহে তাৰ চাৰিওফালে বৈ তাৰ কথা শুনি আছিল। তিলেশ্বৰ কৌতূহলী হৈ মানুহৰ জুমটোৰ ফাললৈ আগবাঢ়ি গ'ল।

: ভাইহঁত, আমাৰ ৰজাই যিখন ৰণৰ বাবে মানুহ গোটো-ৱাৰ কথা কৈছে, সেইখন ৰণ আমাৰ নহয়। —ডেকাটোৱে কৈ গ'ল। —এই যুঁজ ৰজাই ৰজাই হ'ব। আমি প্ৰজাবোৰ মিছায়ে উলুৰ লগত বগৰি পোৰা যাম।

মানুহবোৰৰ মাজত মৃদু গুণগুণনিৰ সৃষ্টি হ'ল। সিহঁতে কথাবোৰ হয়তো ঠিককৈ নুবুজিলে। সেইকথা ডেকাটোৱে লক্ষ্য কৰিলে। সি এইবাৰ কণ্ঠত উষ্মা তথা আবেগ সানি তাৰ ভাষণ আৰম্ভ কৰিলে।

ঃ মোক এদিন পণ্ডিত এজনে কৈছিল আমাৰ বিষয়ে শাস্ত্র এখনত লিখাৰ কথা। বৰ কষ্ট কৰি মই পণ্ডিতজনৰপৰা শ্লোকটো শিকিছিলোঁ। শ্লোকটো হ'ল—

কিৰাতৈর্বলিভিঃ ক্রূৰৈৰস্ত্রৈৰপি চ বাসিতঃ ॥
ৰুক্মস্তম্ভনিভাস্তত্র কিৰাতান্ জ্ঞান্‌বর্জ্জিতান্।
অনর্থমুণ্ডিতান্ মদ্য মাংসশনৈক তৎপৰান্ ॥

এই শ্লোকটো কামৰূপ দেশৰ বিষয়ে ৰচনা কৰা। কামৰূপত তেতিয়া কিৰাত জাতিৰ মানুহ আছিল। সিহঁতৰ গাৰ ৰং হাল-ধীয়া। সিহঁত জ্ঞান-বিজ্ঞান বর্জিত আৰু মদ-মাংসত আসক্ত। সিহঁতৰ অধিপতি ঘটক। ভাটিৰ ফালৰপৰা নৰক আহিল। নৰক আৰু কিৰাতসকলৰ মাজত ঘোৰ ৰণ হ'ল। ৰণত ঘটক পৰিল। নৰকে ঘটকৰ বগা হাতীটো নিজৰ বাহন কৰি ল'লে আৰু কিৰাতসকলক দিক্কৰবাসিনীলৈ খেদি পঠিয়ালে। কিছুসংখ্যক কিৰাতে পলাই গৈ সমুদ্রতীৰত আশ্রয় ল'লে।

ডেকাটোৱে ক্ষন্তেক ৰৈ কান্ধত লোৱা গামোচাৰে মুখৰ ঘাম মচি ল'লে। তিলেশ্বৰ বৰ কৌতূহলী হৈ সিনো আৰু কি কয় তাৰবাবে সজাগ হৈ ৰ'ল।

ঃ আমি কিৰাত বাবে আর্যসকলে আমাৰ কথা বেয়াকৈ লিখিছে। কিন্তু অহমে আমাক কেনে ব্যবহাৰ কৰিছিল তঁতে বোধকৰোঁ ভালদৰে নাজান। সিহঁতৰ সতে আমাৰ আদিৰেপৰা যুঁজ লাগি আহিছে। কিন্তু বলে নোৱাৰি সিহঁতে আমাক সদায়েই ছলেৰে হৰুৱাইছে! অহমৰ বুৰঞ্জী পুথি এখনত আছে যে দেৱৰ-গ্রামত, মৰংগিত কছাৰী আছিল। কছাৰীৰ কৈকাচুংডাং চাৰিটা দলৈক নেঘেৰী পর্বতৰ কাষৰৰ আহোমৰ চুকা বৰচেতীয়াই ধৰি আনিলে, বোলে— 'আমাৰ মানুহ-তুমুহতো ফুৰিব নোৱাৰে। কছাৰীয়েনো ক'ত ৰাজ্য পালে? কছাৰীৰ নহয়, স্বৰ্গৰাজাৰেসে ৰাজ্য হয়।' —এইবুলি কছাৰী দলৈক ৰাখি থৈছিল। পাচে কছাৰী ৰাজা এই কথা শুনি সাতগঞা মনোৱা দলৈক, মৰিয়ল

বায়েখোৱা দলৈক লিখা-পত্ৰ দি পঠালে বৰচেতীয়াৰ কাষলৈ। লিখাত আছিল— 'দিখৌৰ দক্ষিণ পাৰৰপৰা আমাৰ ৰাজ্য।' বৰচেতীয়াই বুলিলে, 'আমি দ্বন্দ্ব নকৰোঁ, আমাৰ স্বৰ্গমহাৰাজাৰ লোকজনৰ বল টুটিল নেকি? এনে বচন-কথাৰে চুতীয়া ৰাজা সবংশে সহিতে তল গৈছে। কছাৰী ৰাজানো গলত শিল বান্ধি সমুদ্ৰত কেনমতে সাঁথুৰিব খুজিছে? স্বৰ্গমহাৰাজাৰ খাণ্ডাৰ ধাৰ দেখা নাইনে?' পাছে আহোমে বাদ কৰিলে, বোলে— একে ৰাতিৰ ভিতৰতে ন-হাত দ' পুখুৰী হ'ব, 'যাৰে পুখুৰীত পানী আগে উলাই তাৰেসে ৰাজ্য।' এই ৰূপে কথা বান্ধি নিবন্ধকৈ ল'লে। কছাৰীও ভাল বুলি শলাগিলে। পাচে কনচেং বৰপাত্ৰে খুনখুৰা বৰুৱায়ে দুটা পুখুৰী খনালে। দুয়ো পুখুৰীত একো কালে পানী নোলায়। আহোমৰ বৰপাত্ৰে মন্ত্ৰণা কৰি ৰাত্ৰি অনেক কুমাৰ আনি মাটি খনাই পুখুৰীত পানী উলিয়ালে। পাচে কছাৰীয়ে নজনা হেনকে নিশা গৰংগৰে পানী আনি পুখুৰীত ভৰাই চাৰিও-পাৰে মাটিৰ ভালকৈ কৰাল দিলে, পানী নোহোসা কৰিলে। আৰু সেই ঠাইতে ডাংগৰ জৰীগছ এডাল আছে। তাতে হোৱাং চৰাই বাঁহ লৈছিলে। তাতে মানুহ এটা তুলি থৈ তাক শিকালে— বোলে, 'তই বুলিবি— স্বৰ্গ মহাৰাজাৰ ৰাইজা। এইৰূপে তিনিবাৰ বুলিবি।' পাচে ৰাতি পুৱালত পুখুৰীৰ পানী দেখি আহোমে বুলিলে— 'আমাৰ স্বৰ্গৰাজাৰেসে দেশ।' এইবুলি অনেক বাইদ্য বজালে, জয়ঢোলকো বজালে, আনন্দ-উৎসৱ কৰিলে। কছাৰীকো বোলিলে— 'পৃথিৱীয়েও সত্য কহিছে, আৰু আকাশৰ দেৱতায়ো বুলিছে— কছাৰী, শুন শুন!' পাচে সেই সময়তে চৰাই খোপোংগত থকা আহোমৰ মনুষ্যই বুলি ধৰিলে— বোলে 'স্বৰ্গমহাৰাজাসে অধিকাৰী, কছাৰীৰ ৰাইজ্য নহই।' পাচে আহোমে বোলে— 'কছাৰীক আকাশৰ দেৱতাও কৈছে, তইঁতে আমাৰ ৰাইজ্য এৰি দে।'

ডেকাটোৱে ক্ষন্তেক বৈ মানুহবোৰৰ মুখলৈ চালে। শ্ৰোতা-মণ্ডলীৰ মুখত আশ্চৰ্যৰ ভাব দেখি সি এক সন্তোষৰ হাঁহি মাৰি আকৌ আৰম্ভ কৰিলে।

কছাৰী ৰজাই 'আহোম ৰাজাৰ মানুহে যুদ্ধলৈহে মন কৰিলে' বুলি সাবধানে আগবাঢ়ি আহি ধনশিৰিত কোঁঠ দিলেহি। আহোমে কিন্তু দিখৌৰ সিপাৰৰপৰা শিলপুখুৰীলৈকে কছাৰীক কাটি-মাৰি খেদি নিলে। তাত কোঁঠ দি খুনখুৰাত্রে এশমান লোক লগত ৰাখিছিল। পাচে আহোমৰ চৰে ভিক্ষুকৰ বেশত গম-গতি লৈ ফুৰিছিল। এনেতে কছাৰীৰ খুনখুৰাত্রে 'আহোমে ছল কৰি ভাও বুজিছে' বুলি ছটা মানুহ কাটিলে আৰু আন চাৰিটাক কছাৰী ৰজাৰ ওচৰলৈ পঠিয়ালে। ৰজাই সুধিলে— 'তহঁতক নাকাটি-নমাৰি ৰক্ষা কৰোঁ, তহঁতৰ ৰাজা কি যুক্তি কৰিছে ক।' সিহঁতে কিন্তু গৰ্ব কৰি উত্তৰ দিলে— 'মহাৰাজাৰ বল-বীৰ্য টুটিলেহে তহঁতে কাটিবাক ভাল। জুই আংগুনি পৰুৱায়ে, ৰাতিক দিন কাহানি কৰে? ইন্দুৰৰ মুখত কাহানি হস্তী-দন্ত গাজে? ইন্দুৰৰ পথে কাহানি হস্তী অহা-যোৱা কৰে? বানৰৰ মুখে কি নাৰিকল ভাগে?'

সিহঁতৰ তেনে দোপাকী-তেপাকী কথাৰ মোৰ ধৰিব নোৱাৰি কছাৰী ৰজাই সিহঁতৰ দুটাক বৰচেৰ্তীয়াই কছাৰী ৰাজ্যৰ মানুহ আগেয়ে ধৰি নিয়াৰ-কথা ক'বলৈ পঠালে। মানুহ দুটাই স্বৰ্গদেউক সকলোবোৰ ক'লে। উত্তৰত আহোমে মাথোঁ এশ লোকেৰে থকা খুনখুৰাৰৰ কোঠ আক্ৰমণ কৰি শিলপুখুৰীৰপৰা কছাৰীক হোঁইকাই মাৰি-কাটি পত্ৰ এখন দিখৌ নদীত উটাই দিলে। কছাৰীয়ে চপাই আনি পত্ৰ চালে। পত্ৰত এই লিখিছিলে— 'দেৱৰ-গ্ৰামৰ মহাদেৱ গোসাঁইৰ আগলৈ আহোমে কছাৰীয়ে বলি দিব। যাৰে বলি একেকোবে ছিগে তাৰে ৰাজ্য হ'ব।' এই সত্য নিবন্ধক শুনি কছাৰীও সেইৰূপে বলি আনি দুগোহঁতৰে ভাল মানুহ পঠাই গোসাঁইৰ আগলৈ দি পঠালে। পাচে কোব মাৰিলে, কছাৰীৰ বলি চাৰি কোবেও নিছিগিল। আহোমে লগে লগে বুলিলে— 'আমাৰ স্বৰ্গমহাৰাজাৰ ৰাইজ্য, কছাৰীৰ নহই!' পাচে এই নিবন্ধতে থাকি কছাৰী হোঁইকি হোঁইকি ধনশিৰিৰ সিপাৰ হ'লগৈ।

ঃ বাপু, সত্য-বন্ধ কৰি হাৰি কছাৰী আঁতৰি গৈছে। অহমৰ গাত্ত দায় ক'ত ?

বৃদ্ধ এজনে হঠাতে মাত দিলে। ডেকাজন যেন বিৰক্ত হ'ল, এনেভাবত বৃদ্ধলৈ কিছুপৰ চাই ক'লে— আমাৰ সাধুতাৰ সুযোগ অহমে লৈছে, আতা! এই সাধুতাৰ বাবে সিহঁতে আমাক ছলিছে। —সি ৰ'ল। মূৰৰ পাগটো খুলি এবাৰ মাৰিলে।

চুকাফা ৰজা শিমলুগুৰিত আছোঁতে একদিনা আহোমে কুচিয়া খোচে দেখি কছাৰীয়ে বোলে, মাটিৰ তলত কুচিয়া, তাক কিকৈ দেখে। আহোমৰ মানুহে বোলে, কুচিয়া কি ডাংগৰ দেখিলি? তোৰ নাড়ী-পেটিকো দেখিছোঁ। পাচে কছাৰী ডৰিল। সেইবেলা বানকেংগ চৰায়ে তোকে-তোকে বুলি মাত লগালে। কছাৰীয়ে আৰু ডৰ খালে। বোলে দেৱ-জন্তুৱে যে কৈছে, মোকে মন্দকৈ মাৰিব।

ঃ কছাৰী ডৰিলহে, অহমেতো ছল কৰা নাই! তোৰ কথা তলে পুতল ঐ বাপু!

বৃদ্ধ এইবাৰ বিৰক্ত হ'ল। ডেকাটোৱে চকুহাল মুদি ক্ষন্তেক কিবা চিন্তা কৰি ক'লে — আতা, ছল-চাতুৰিৰ কথা কওঁ শুন। ৰাজভগনৰ সময়ত মই হাবিৰ মাজত পুথি এখন পাইছিলোঁ। পলায়ন কৰাৰ সময়ত সেইখন কোনোবা অহমে পেলাই গৈছিল বোধকৰোঁ। সলালৰ বিলতীয়া অহম এটাই পঢ়ি শুনাইছিল। এই অহমটো আগেয়ে বৰা আছিল। ই পুথি পঢ়িব পাৰিছিল। কিন্তু তাক কাকতৰপৰা নাম কটাই সলালে পাইক কৰিছিল। সেয়ে সি পুথিখনৰ কথা কৈছিল।

চুকাফা স্বৰ্গদেউ লাক্নি খুতচানত হৰোৱাৰ পাছত তানপুত্ৰ চুতোফা ৰজা হ'ল। চুখ্ৰানফাৰ ঠাইক মানুহ পঠালে বাৰ্তা জনাবলৈ। চুখ্ৰানফায়ে বাৰ্তা সুধিলে। সোণৰ-ৰূপৰ টুপী, কাৰফাই ধনু দুখন দি পঠালে। আত পাচে কছাৰী ৰাজাৰ এখেলৈ মানুহ পঠাই বোলে — 'ই মোৰ ৰাজ্য। তাৰপৰা আন্তৰি যাওঁক।

মোৰ মাটিত কেনেকৈ পুখুৰী খানি ঘৰ সাজি আছে? যদি থাকিব মোক খুত দিব।' কছাৰীয়ে বোলে— 'আতি বৰ কথা। তিনিপুৰুষ আতে আছোঁ, কোনো অধিকাৰ নহ'ল। এতিয়া অধিকাৰৰ প্ৰমাণ কি?' আহোমে বোলে— 'ৰাতি নউ পুৱাওঁতে যদি তাৰেপৰা খানি তিনিবেওঁ দ'য় কৰি দিখৌত পেলাব পাৰে, তেনে তোমাৰ ৰাজ্য।' কছাৰী ৰাজা বোলে— 'আজিয়ে পেলাম। তই চাই থাক। পুৱালে তোৰ ৰাজ। ৰাতিৰ ভিতৰত দিখৌত পেলাব পাৰিলে মোৰ ৰাজ।' এই শুনি আহোমৰ এক মানুহ আহি জনালে। আহোমৰ ৰাজা বোলে— বিস্তৰ কুকুৰা লৈ হাবিত থাকিবি। কছাৰীয়ে গধূলিৰেপৰা খানি নৈ কোখ পালেহি, হাবিৰ কাৰণে নিয়ম কৰিব নোৱৰাত কিছু পাক লাগিল। দুশমান বেওঁ আছোঁতে মাজনিশা হ'ল। আহোম ডৰিল; বোলে, নৈত পেলাইহে। এইবুলি কুকুৰা উজাৰি দিলে। সি ডাক দিব ধৰিলে। জোনাক ৰাতি নিয়ম নাপাই ৰাতি পুহাল বুলি কছাৰীয়ে এৰি দিলে। এতেকতে আহোমৰ ৰাজ্য হ'ল। কছাৰী চাৰিংগত ৰ'লগৈ।

. ডেকাটোৱে গছৰ গুৰিত বহি গছজোপাত আঁউজি দিলে। ইতিমধ্যে শ্ৰোতাসকলৰ মাজত তাৰ ভাষণৰ প্ৰতিক্ৰিয়াই দেখা দিলে। চেঙেলীয়া ডেকাবোৰৰ মাজত এক চাঞ্চল্যৰ সৃষ্টি হ'ল। দুই-একৰ মাজত তৰ্কা-তৰ্কিও হ'ল। বয়োজ্যেষ্ঠকিজনে কিন্তু মৌন হৈ আলেখলেখ চাই থাকিল। নবীন ৰক্তৰ আগত তেওঁলোকক কিছু স্তিমিত, কিছু অসহায় যেন লাগিল।

: ভাইহঁত, বাতিয়াকাইৰ কথাই ঠিক। এই যুঁজ আমাৰ নহয়। —আন এক পাহোৱাল ডেকাই উত্তেজিত কণ্ঠেৰে ক'লে— আমাৰ বোধেৰে এই চেগতে অহমৰ বিৰুদ্ধে আমিও অস্ত্ৰ ধৰিব লাগে। ইমানদিনে আমাৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিশোধ লোৱাৰ এয়াই প্ৰকৃষ্ট সময়। গতিকে আমাৰ সাজু হ'বৰ হ'ল।

লগে লগে কেবাটাও ডেকা উত্তেজিত হৈ পৰিল। হাতত থকা দা-টাঙোন আদি জোকাৰি জোকাৰি সিহঁতে চিঞৰিব ধৰিলে।

হঠাতে ৰাতিয়া নামৰ প্ৰথম ডেকাটোৰ চিঞৰ শুনা গ'ল— ভাই-হঁত, অলপ শান্ত হৈ মোৰ কথা শুন। —লগে লগে গণ্ডগোল বন্ধ হৈ গ'ল।

: এনেকৈ চিঞৰ-বাখৰ কৰিলে লাভ নহ'ব। —ৰাতিয়াই কৈ গ'ল। শব্দবোৰ সি যে এটি এটিকৈহে এৰি দিলে— আমি আমাৰ ৰজাক জনাই দিব লাগিব এই ৰণৰ বাবে আমাৰ ৰণুৱা নোলায় বুলি। যদি ইমানেই যুঁজ কৰাৰ ইচ্ছা, তেনেহ'লে ৰজাই সেনাপতিক লগত লৈ নিজেই যুদ্ধ কৰকগৈ।

: কিন্তু কামটো তোৰ ভাল নহ'ল ৰাতিয়া! —আগৰ বৃদ্ধজনে উদ্বেগেৰে ক'লে— ৰজাৰ বিৰুদ্ধে মাত মতাটো জগৰৰ কথা। তইতো পোৰা যাবিয়েই, আমাকো পুৰিবি।

: ইচ্, আমাকো পুৰিবি! কটা ৰজাৰ চুৱা চেলেকা নিধকটো! ইমানেই যদি ভয়াতুৰ, তহঁত চাঙীত উঠিবলৈ বৈ থকা বুঢ়ামখাই শুচি নাযাৱ কিয় ইয়াৰপৰা!

পাহোৱাল ডেকাৰ ভেকাহি শুনি বুঢ়াই একো নামাতি তল-মূৰকৈ লাখুটিত ভৰ দি গাঁৱৰ ফাললৈ আগুৱাই গ'ল। চাওঁতে চাওঁতে আন দুজন বুঢ়াও উঠি ঘৰলৈ বুলি খোজ ল'লে। ডেকাহঁতে তিৎকাৰি মাৰিলে বুঢ়াহঁতক উদ্দেশ্য কৰি। তাৰপাছতে সিহঁত উল্লাসত ফাটি পৰিল। কিন্তু লগে লগে এক তীক্ষ্ণ নাৰী কণ্ঠস্বৰে সকলোকে চমকাই দিলে— তহঁত আটাইবোৰ মূৰ্খ। —মাত অহাৰ ফালে ডেকাবোৰে চালে। তিলেশ্বৰেও! কোনোবা এজ-নীয়ে মানুহৰ ভীৰ ফালি আগুৱাই আহিল। তিলেশ্বৰ আচৰিত হৈ গ'ল ৰংদৈক দেখি।

ৰংদৈয়ে সকলোৰে মাজত থিয় হৈ কঁকালত দুহাত থৈ প্ৰত্যে-কৰে মুখলৈ এবাৰ চালে। তাৰপাছত দংশনোদ্যত সৰ্পিনীৰ নিচি-নাকৈ মূৰটো পোন কৰি তাই ক'লে— অহমৰ লগত কছাৰীৰ যুদ্ধ হৈছিল, ই সত্য। ৰাতিয়াই কোৱাৰ নিচিনাকৈ আমাক ছলনা কৰাৰ কথাও সত্য বুলি মানিলোঁ। কিন্তু এই সময়ত অহমৰ বিৰুদ্ধে অস্ত্ৰ

ধৰাটো অতি গৰ্হিত তথা মূৰ্খামি হ'ব। বঙালে অকল অহমকেই নামাৰে, আমাকো মাৰিব। সেয়ে আমি সকলোৱে একগোট হৈহে বঙালক ভেটিব লাগিব। আগেয়ে দেশ, তাৰপাছতহে আনবোৰ।

: অ' বেটী আহিল অহমৰ গুণগান গাবলৈ। একেঘাপে তুচেও কৰিম বুলি জনা নাই হ'বলা। আঁতৰ হ ইয়াৰপৰা।

ৰাতিয়াই তাইৰ বাহুত ধৰি তাইক জোৰেৰে ঠেলামাৰি দিলে। তাই মাটিত পৰি গ'ল। তিলেশ্বৰৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ। সি মানুহ ফালি মাজলৈ আহি ৰংদৈক দুবাহুত ধৰি মাটিৰপৰা তুলিলে। এনেতে ঘোঁৰাৰ খুৰাৰ শব্দ শুনা গ'ল। অসংখ্য ঘোঁৰা যেন সেইফাললৈ কদমত আহিছে, মানুহবোৰৰ তেনে ভাব হ'ল। মানুহবোৰে ইটোৱে সিটোৰ মুখলৈ চালে। সকলোৰে মুখত সন্ত্ৰাসৰ চিহ্ন স্পষ্ট হৈ উঠিল।

পথৰুৱা আলিটো পাৰ হৈ কেঁকুৰীটো ঘূৰিয়েই কৌতূহলী হৈ গাঁৱৰ প্ৰথম ঘৰটোৰ পদূলিমুখত তিলেশ্বৰে ঘোঁৰাটো ৰখালে। ঘৰৰ আগফালৰ চোতালত ল'ৰা-ছোৱালী কেটামানে কোঢ়াল কৰি আছিল। লগে লগে কোনোবা বুঢ়ী এজনীয়ে সিহঁতক ধমক দিলে। ল'ৰা-ছোৱালীকিটাই তাপ মাৰিলে। কিন্তু পিছমুহূৰ্ত্তভে সিহঁতে বুঢ়ীমাকক সাধু ক'বলৈ আকৌ চিঞৰিব ধৰিলে।

জোনাকত বহি বুঢ়ীমাকক সাধু ক'বলৈ আমনি কৰা ল'ৰা-ছোৱালীকিটাক দেখাৰ লগে লগে তিলেশ্বৰৰ মনটো সেমেকি উঠিল। সি তাৰ বুঢ়ীমাকক কোনোদিনেই নেদেখিলে; জহকালি নিশা জোনাকভৰা চোতালত আইতাক বা ককাদেউতাকৰ কোচত বহি সাধু শুনাৰ ভাগ্য তাৰ কোনোদিনেই নহ'ল। কিছু বুজা হোৱাৰেপৰা সি দেউতাকৰ লগত গৰু চৰাইছে; ইটো-সিটো লাচনি-পাচনি কৰি মাকক সহায় কৰি দিছে; ভনীয়েকক ওমলাইছে। মাকে তাক আৰু ভনীয়েকক অবশ্যে সাধু কৈ, গান গাই নিচুকাইছিল। কিন্তু ককাদেউতাক আৰু বুঢ়ীমাকৰ অভাবৰ কথাটোৱে তাক দুখ দিছিল ল'ৰালি কালত। সেই দুখটো সি এতিয়াও অনুভব কৰে।

এক দীৰ্ঘনিশ্বাস এৰি দি সি চোতালখনলৈ চাই পঠিয়ালে।

চোতালত নগা চাৰি এখন পাৰি বুঢ়ী এজনী বহি আছিল। বুঢ়ীৰ সমুখত এহাল পাঁচ-ছয় বছৰীয়া ল'ৰা-ছোৱালী। আৰু বুঢ়ীৰ কোলাত তিনি-চাৰি বছৰীয়া শিশু এটিয়ে শুই বুঢ়ীৰ মুখলৈ চাই আছিল। বুঢ়ীয়ে সাধু কৈ গৈছিল তাৰ মূৰৰ ওকনি খেপিয়াই খেপিয়াই।

**চন্দ্ৰমাল্‌ি আৰো খোথিয়া বুদাংনি ছ'ল।**

জেৰাও চন্দ্ৰমালি বেওনো খোথিয়া

থাফালাও লিৰনায়খো ৰাওবো

হুগাৰনো হায়া।

গোদো গোদায় দাৱছে গামিয়াও চন্দ্ৰমালি হান্‌নায় মুংনি নায়নো মোজাং ছাছে ছিথ্‌লা দঙোমোন্‌নো আৰোমা। বিছ্‌া খোথিয়া বুদাং হান্‌নায় মুংনি ছাছে ছেংগ্ৰা গথো দাহ্লা দঙোমোন্‌নো। খোথিয়া বুদাঙা খুজ্ৰা জ্ৰা গংখু, উহুইবেদাংদাং। মোদোমা থুক জাফব্‌নায় দাহুৰা-ৰা গাজ্ৰিথাৰমোন্‌ নো।

সাধুটো তিলেশ্বৰে জানে। মাকে তাক কৈছিল তাহানি-খনতে। তথাপি সি শুনি গ'ল।

**চন্দ্ৰমালি আৰু কটীয়া পেটুৱাৰ সাধু।**

যাবৎ চন্দ্ৰমালি তাৱৎ কটীয়া

বিধাতাৰ লিখন নাযায় খণ্ডিয়া।

অতি প্ৰাচীন কালত এখন গাঁৱত চন্দ্ৰমালি নামৰ এজনী ৰূপৱতী গাভৰু আছিল। সিহঁতৰ ঘৰত কটীয়া নামৰ ডেকা চাকৰ এটা আছিল। কটীয়া কুঁজা আৰু পেটুৱা। তাৰ গোটেই গাতে খৰ আছিল। চন্দ্ৰমালিয়ে কটীয়া পেটুৱাৰ হতুৱাই ইটো-সিটো কাম কৰাইছিল।

এদিনৰ কথা। চন্দ্ৰমালিয়ে তাইৰ কাৰ লগত বিয়া হ'ব সেইকথা জানিবৰ বাবে কটীয়াক গণকৰ ওচৰলৈ চোৱাবলৈ পঠিয়ালে। গণকে গণনা কৰি কটীয়াক ক'লে— 'তোমাৰ সতে চন্দ্ৰমালি গাভৰুৰ বিয়া হ'ব।' কটীয়াই কথাটো শুনি বৰ বং

পালে যদিও ঘৰলৈ আহি লাজতে চন্দ্ৰমালিক কথাটো ক'ব নোৱাৰি আঁতৰি থাকিল। চন্দ্ৰমালিয়ে কটীয়াক নেদেখি তাক বিচাৰি উলিয়াই গণক বাপুৰে কি ক'লে সুধিলে। সি মূৰ খজুৱাই খজুৱাই উত্তৰ দিলে— 'কিনো ক'ম, তোমাৰ হেনো মোৰ লগতহে বিয়া হ'ব।' উত্তৰ শুনি চন্দ্ৰমালিৰ মুখ শুকাই টেমি যেন হ'ল। তাই ইয়াৰ প্ৰতিকাৰৰ বিষয়ে চিন্তা কৰিব ধৰিলে।

এদিন উপায় ওলাল আৰু চন্দ্ৰমালিয়ে কটীয়াক ক'লে— 'পণ্ডিতে কৈছে যেতিয়া আমাৰ বিয়া হ'বই! মই তোমাক সৰিয়হৰ গুড়ি মিহলি পানীৰে গাটো ধুৱাই দিওঁগৈ ব'লা, ধুনীয়া হ'বা।' কটীয়াই এই কথাত বৰ আনন্দ পালে।

পিছদিনা পুৱা ঘটিত সৰিযহৰ গুড়ি মিহলোৱা পানী লৈ চন্দ্ৰমালিয়ে কটীয়াক দোঙৰ ঘাটলৈ লৈ গ'ল। দোঙৰ পানীৰে গা ধুৱাই দিয়াৰ ছলেৰে তাই ঘটিৰ তলুৱাৰে দেহৰ সমস্ত শক্তিৰে কটীয়াৰ পাছমূৰত মাৰ শোধালে। কটীয়া পৰি মূৰ্ছা গ'ল আৰু সি মৰিল বুলি ভাবি চন্দ্ৰমালিয়ে তাক পানীত উটাই দি ঘৰলৈ উলটি আহিল!

দোঙৰ পানীৰ সোঁতে কটীয়াক বহুদূৰলৈ উটুৱাই নি এহাল বুঢ়া-বুঢ়ীয়ে পাতি থোৱা জানৰ বহাত লগাই থ'লে। পিছদিনা পুৱা বুঢ়াই মাছ চাবলৈ গৈ অচেতন অবস্থাত কটীয়াক পাই ঘৰলৈ লৈ আহিল।

কটীয়া ভাল হ'ল। পেট সৰি নিপোটল হ'ল, কুঁজ গুচিল। পানীৰ সোঁতে তাৰ খৰবোৰো নোহোৱা কৰিলে। বুঢ়া-বুঢ়ী নিঃসন্তান আছিল বাবে সিহঁতে কটীয়াক পুত্ৰ বুলি ল'লে। তাৰ নামো এতিয়া জাহীলাও মানে কটীয়াবীৰ হ'ল। চেৰজা, ছিফুং আৰু খাম বজোৱাত সি পাগ'ত হৈ পৰিল। সি এতিয়া সকলোৰে চকুত পৰাটো হৈ পৰিল।

এদিন কটীয়া থকা গাঁৱত চন্দ্ৰমালিৰ সখীয়েকৰ বিয়ালৈ চন্দ্ৰমালি আহিল। কটীয়াই চন্দ্ৰমালিক চিনি পালে। চন্দ্ৰমালিয়ে

কিন্তু তাক মিচিনিলে। সি চন্দ্ৰমালিৰ সখীয়েকৰ বিয়াত এনেদৰে ছেৰেঙাত ৰাগ টানিলে যে মানুহ বলিয়া হোৱাদি হ'ল। ছেৰজোত ওপৰলৈ ৰাগ টনাৰ লগে লগে গছৰ কুঁহিপাত ওলাল আৰু তললৈ ৰাগ নিয়াৰ লগে লগে সেই পাত পকি সৰিল। কটীয়াৰ ছেৰজাত করুণ সুৰ ওলোৱাৰ লগে লগে বিয়াঘৰত থকা মানুহ-বোৰৰ চকুপানী ওলাল আৰু আনন্দৰ সুৰ বজোৱাৰ লগে লগে হাঁহিৰ ৰোল উঠিল। নাচোনৰ ছেও বজোৱাৰ লগে লগে মানুহ-বোৰে নাচিব ধৰিলে। ইফালে ভোজৰ বাবে ৰন্ধা ভাত-আঞ্জা চৌকাৰ ওপৰতে থকাত সেইবোৰ দেই গ'ল। ভজা মঙহ পোৰা গ'ল। চেকা জো উপচি পৰি নিজৰাৰ দৰে বৈ গ'ল। এটা সময়ত ভাগৰি পৰি মানুহবোৰে কটীয়াক কাবৌকৈ ক'লে— 'হৈছে জোহোলাও, আৰু নবজাবা, হৈছে।' কটীয়াবীৰে তেতিয়াহে ছেৰেঙা বজাবলৈ এৰিলে।

চন্দ্ৰমালিয়ে কটীয়াবীৰৰ ৰূপ আৰু ছেৰেঙা বজোৱাত আচ-ৰিত গুণ দেখি ভোল গ'ল আৰু তাক পতিৰূপে পাবলৈ কামনা কৰিলে। তাই গা-মূৰ বিষাইছে বুলি কৈ— এহ্ এইকেইটা গুলেই! ঐ ফুটুৰী, ইহঁতক লৈ যাহি!

বুঢ়ীজনীয়ে হঠাতে সাধুটো বন্ধ কৰা দেখি তিলেশ্বৰৰ বেয়া লাগিল। সি কিছু বিষাদ মনেৰে ভৰিৰ গোৰোহাৰে ঘোঁৰাৰ তলপেটত খুচি দিলে। ঘোঁৰা ধীৰ গতিত আগবাঢ়িল।

আধা ছাঁ আধা পোহৰেৰে বিচিত্ৰ হোৱা বাঁহগছৰ তলৰ আলিয়েদি তিলেশ্বৰৰ ঘোঁৰা আগুৱাই গৈ থাকিল। সেই একেই গতিৰে। বাঁহগছৰ মাজে মাজে লুকাভাকু খেলা জোনটোলৈ তিলেশ্বৰে আপোনমনে চাই গ'ল। হঠাতে ঘোঁৰাটো বৈ গ'ল। তিলেশ্বৰো চমকি উঠিল। তাৰ এনে ভাব হ'ল, জোনটো যেন কেইমুহূৰ্তৰ বাবে ৰাজকুমাৰী চন্দ্ৰাৰ মুখলৈ সলনি হৈ গ'ল আৰু সেই সুন্দৰ মুখখনে যেন এক বিষণ্ণ হাঁহিৰে তাক আহ্বান জনালে।

তাৰ মনটো গধুৰ হৈ পৰিল। এনে অসম্ভৱ দৃশ্য সি কিয় দেখিলে, কিহৰ বাবে তাৰ এনে ভ্ৰম হ'ল সেই কথা সি ভাবি উলিয়াব নোৱাৰিলে। ৰাজকুমাৰী ৰূপৱতী, ৰাজকুমাৰী বিদুষী; কিন্তু তাৰতো ৰাজকুমাৰীৰ প্ৰতি কোনো ধৰণৰ দুৰ্বলতা নাছিল। সি ৰাজকুমাৰীৰ এক সামান্য ভৃত্যহে মাথোন! আজ্ঞা পালন কৰাই তাৰ ধৰ্ম। ৰাজকুমাৰীয়ে যদি তাক জুইত জাপ দিবলৈও কয়, সি সেই আদেশো পালন কৰিবলৈ বাধ্য।

কিন্তু সি জানো সঁচায়ে ৰাজকুমাৰীৰ তেনে অন্যায় আদেশ পালন কৰিব? উঁহো, অসম্ভৱ! তেনে কাম তাৰদ্বাৰাই কেতিয়াও সম্ভৱ নহয়। সি প্ৰয়োজন হ'লে বিদ্ৰোহ কৰিব; বৰং ৰাজকুমাৰীকেই জ্বলা জুইত জাপি দিব।

ৰাজকুমাৰীক জ্বলাজুইত? উঁহো, সেইটোও অসম্ভৱ! সিনো কি সতেৰে ৰাজকুমাৰী চম্ফাক জুয়ে গ্ৰাস কৰা দৃশ্য চাব? তাতকৈ সি নিজেই—

হঠাতে কুকুৰৰ ভুকভুকনিয়ে তাৰ চমক ভাঙি দিলে। এজাক কুকুৰে শিয়াল এটাক খেদি আনিছিল। শিয়ালটোৱেও প্ৰাণটাকি লৰিছিল। শিয়ালটোৰ মুখত কামোৰ মাৰি ধৰি থকা অৱস্থাত হাঁহ এজনী আছিল। হঠাতে সমুখত ঘোঁৰা দেখি শিয়ালটোৱে থৎমৎ খাই বৈ দিছিল। তাৰ মুখখন আশ্চৰ্যত মেলখাই গৈছিল আৰু ফলত হাঁহজনী মাটিত সৰি পৰিছিল। ইতিমধ্যে কুকুৰৰ জাকটো ওচৰচাপি আহিছিল আৰু সেয়ে শিয়ালটোৱে হাঁহজনী তাতে এৰি বাঁওকাষে থকা প্ৰকাণ্ড বাৰীখনত সোমাই পৰিছিল।

তিনি আলিটোৰ কাষৰ প্ৰকাণ্ড তেঁতেলিজোপাৰ ছাঁত তিলেখৰে তাৰ ক'লা ঘোঁৰাটো ৰখালে। পছিমফালৰ আলিৰপৰা এজাক ডেকা-গাভৰুৰ হাঁহি-খিকিন্দালি ভাহি আহিছিল। তিলেখৰে মৌন হৈ সিহঁতৰ বাবে বৈ থাকিল। মাথোঁ ঘোঁৰাটোৱেহে নেগুৰডাল মাজে মাজে লৰাই থাকিল।

কুৰি-পচিছজনীয়া ডেকা-গাভৰুৰ দলটো কাষ চাপি আহিল। ডেকাহঁতৰ কোনোটোৰ হাতত ছেৰজা, কোনোটোৰ হাতত ছিফুং, কোনোটোৰ ডিঙিত বা ওলোমাই লোৱা খাম। এটাই গংগনা বজা-বলৈ আৰম্ভ কৰি দিলে। এটাই তাৰ লগত তাল আৰু লয় ৰক্ষা কৰি লাইগ্ৰিং বজালে। লগে লগে ছিফুঙৰ সুৰে গাভৰু-হঁতৰ মন উতলা কৰিলে। সিহঁতৰ খিকিন্দালি বন্ধ হৈ গ'ল। খাম বাজিল—ড্ৰিং ড্ৰিং। কঁপি কঁপি ছেৰজাৰ মাত ওলাল। এটা ডেকাই জাৱখ্ৰেং বজাই বজাই গাবলৈ আৰম্ভ কৰিলে—

হাজো খৰোনি হলো লখা
আংজোং ৰায়জো জাগোনা নোংলোখা।

গাভৰুকিজনীয়ে ইজনীয়ে সিজনীক হেঁচুকিবলৈ ধৰিলে। সিহঁতৰ মুখৰ মাত বন্ধ হৈ গ'ল। গীতৰ সুৰে যেনিবা সিহঁতৰ প্ৰতিজনীকে ছুইহে গ'ল।

এটাসময়ত সিহঁতৰ মাজৰ এজনীয়ে লাজ লাজকৈ গালে—

হাথায় ছালিনি
গ্ৰিখোলো নোংবায়খা
আছান মুথা—
গোজোং লোলো নোং দোনখা।

গীত শেষ হোৱাৰ লগে লগে ডেকা-গাভৰুৰ জাকটোৱে আনন্দতে কিৰিলি পাৰি উঠিল।

কিমান সময় তেঁতেলীজোপাৰ তলৰ এন্ধাৰত সি আচ্ছন্নৰ নিচিনাকৈ বৈ আছিল, তিলেশ্বৰে নাজানে। ঘোঁৰাৰ নাকৰ দীঘ-লীয়া শব্দই তাৰ তন্ময়তা ভাঙি দিলে। কিন্তু তথাপিতো তাৰ সেই আচ্ছন্নতা সম্পূৰ্ণকৈ নগ'ল। ইতিমধ্যে ডেকা-গাভৰুৰ জাকটো কেঁকুৰীটো পাৰ হৈ নেদেখা হৈছিল।

অথনি ডেকাটোৱে হৃদয়ৰ আবেগেৰে গাইছিল। তিলে-শ্বৰৰো গাবৰ মন গ'ল ডেকাটোৰ নিচিনাকৈ— হলো লখা নামৰ শাক বিদৰে পাহাৰৰ দাঁতিতহে মাথোঁ গজে, ঠিক তেনেদৰে

তুমিও মোৰ হিয়াত গজিবলৈ ঠাই পাইছা। সেয়ে তুমিহে মাথোঁ মোৰ জীৱনলৈ আহি মোৰে সতে সংসাৰ কৰিবা।

কিন্তু পিছমুহূৰ্ত্ততে সি থমকি ৰ'ল। সি হৃদয়ৰ সমস্ত আবেগেৰে গাব কাৰ আগত? কোনে শুনিব তাৰ সেই গান! কোনে-ইবা তাৰ হৃদয়ত ঠাই পাইছে?

তেঁতেলিজোপাৰ তলৰপৰা ঘোঁৰাটোৱে তিলেশ্বৰক পিঠিত লৈ কেঁকুৰীটোৰ ফাললৈ এখোজ দুখোজকৈ আগবাঢ়িল। তিলেশ্বৰে মূৰ তুলি জোনটোলৈ চালে। আৰু সি হঠাতে অথনি গাভৰু-জনীৰ নিচিনাকৈ জোনটোৱে সমস্ত আকুতিৰে গোৱা শুনিলে—'তুমি তাৰ বাবে চিন্তা নকৰিবা। তুমি মাথোঁ হাটৰপৰা মোৰ বাবে মুঠি খাৰু আৰু জিলমিল কৰা মালাধাৰি কিনি থৈ দিবা। মই তোমাৰেই।'

তিলেশ্বৰ চমকি উঠিল। ঘোঁৰা থমকিল। কোনে গালে? সেয়া কাৰ কণ্ঠস্বৰ শুনিলে সি? কিয় শুনিলে তেনে আকুতি-ভৰা কণ্ঠ?

সি আকৌ মূৰ তুলি আকাশলৈ চালে। নিসংগ জোনটোক তাৰ আগতকৈও বিষণ্ণবদনে গৈ থকা যেন লাগিল। কাষেৰে পাৰ হৈ যোৱা চমকা চমক শুকুলা পাতল ডাৱৰবোৰে জোনটোক আৰু বেছি পৰিমাণে অকলশৰীয়া, আৰু বেছি বিষণ্ণ যেন দেখালে।

ড্ৰিং ড্ৰিং ড্ৰিং!

ড্ৰিং দ ড্ৰিং, ড্ৰিং দ ড্ৰিং!

কেঁকুৰীটো ঘূৰাৰ লগে লগে একেলগে কেইবাটাও খাম আৰু কেবাযোৰো খাৱাঙৰ মাত ভাহি আহিল। ছিফুং-ছেৰেঙাৰ মাতো ভাহি আহিল। লগে লগে তিলেশ্বৰৰ ঘোঁৰাই ধীৰ গতিৰে গৈ থকাৰপৰা লাহে লাহে দৌৰিব ধৰিলে। এই দৌৰে তিলেশ্বৰক মূৰৰপৰা ভৰিলৈ জোকাৰি নিলে।

গাঁওবুঢ়াৰ ঘৰৰ আগত ঘোঁৰা ৰ'ল। খাম-খাৱাঙৰ মাত তাৰপৰাই আহিছে।

সমুখৰ পথাৰলৈ তিলেশ্বৰে ঘোঁৰাটো আলিৰপৰা নমাই নিলে। আলিৰপৰা কুৰি খোজমান আঁতৰত থকা অৰ্জুন গছৰ গুৰিত ঘোঁৰাটো বান্ধি সি উলটি আহিল। আলিত উঠি সি এবাৰ অৰ্জুন গছজোপালৈ চাই পঠিয়ালে। গছৰ ছায়াই এন্ধাৰ কৰি থোৱা বাবে তলত থকা ক'লা ঘোঁৰাটো সতকাই চকুত নপৰে। সি এইবাৰ নিশ্চিত হৈ দুয়োফালে কামিনী ফুল থকা গাঁওবুঢ়াৰ ঘৰৰ পদূলিয়েদি সোমাই গ'ল। পদূলিমুখৰ দুয়ো-ফালে তলসৰা কামিনীৰ চাদৰ পৰি আছিল। কামিনী ফুলৰ সুবাস নাকত লগাৰ লগে লগে তাৰ মন ভৰি গ'ল।

গাঁওবুঢ়াৰ প্ৰকাণ্ড টুপ লগোৱা ঘৰৰ আগৰ এপুৰা মাটিৰ চোতালত ডেকা-গাভৰু, ল'ৰা-লুৰি, বুঢ়া-বুঢ়ীৰে ঠাহ খাই পৰিছিল। গাঁওবুঢ়া আৰু আন তিনিজন গাঁৱৰ বৃদ্ধই ডাঙৰ ঢাৰি এখনত চোতালৰ একাষে থকা বকুলজোপাৰ তলত বহিছিল। তেওঁলোকৰ ওচৰতে মাটিত পুতি থোৱা বাঁহৰ শলা এডালত গাঠি গাঠি জ্বলাই দিয়া নাহৰৰ গুটিৰ উজ্জল জুয়ে বকুলৰ পাতৰ বাবে জোনাক সৰকি আহিব নোৱৰা এই ঠাইডোখৰ পোহৰাই দিছিল। গাঁওবুঢ়াইঁতৰ সমুখত জোৰ টেকেলি আৰু কাঁহৰ বাতি ; ওচৰতে থকা কাঁহিত গাহৰিৰ পোৰা মঙহ। কাঁহিৰ একাষত পকা জল-কীয়া, লোণ আৰু পকা খৰিচা। কাষতে বটাত গুৱা-পাণ। বুঢ়া-বোৰে সৰু সৰুকৈ কিবা ৰসৰ কথা কৈ ঢেকুঢেকাই হাঁহিছিল আৰু মাজে মাজে এটুকুৰা কোমল মঙহ মুখত সুমুৱাই জো পান কৰিছিল।

গাঁওবুঢ়াৰ ঘৰৰ তিৰোতাবোৰে আনসকল আলহীকো জো আৰু কুকুৰা-গাহৰিৰ মঙহেৰে সোধ-পোচ কৰিছিল। তেওঁলোকে বাৰীৰ পাছলৈ অহা-যোৱা কৰাৰ সময়ত বাঁহৰ কাঠি এডালত ৰবাব টেঙাৰ গুটি সী জ্বলাই লোৱা জোৰ ব্যৱহাৰ কৰিছিল। সেই জোৰৰ উজ্জল পোহৰত সকলোবোৰ স্পষ্ট হৈ পৰিছিল। সৰু ল'ৰা-ছোৱালী কিছুমানে আকৌ অমিতাৰ ঠাৰিত জোনাকী

পকৰা ভৰাই লৈ তাৰ পোহৰত কৰ্দৈৰ তল, মধুৰিআম গছৰ তল পিটপিটাই ফুৰিছিল। গাঁওবুঢ়াৰ চোতালত জোনাকত চলি থকা বাগুৰুম্বা নৃত্য-গীতৰ প্ৰতি সিহঁতৰ যেন ভ্ৰূক্ষেপেই নাছিল।

: তিলে ল!

সি উচপখাই বকুলজোপাত আঁউজি বহাৰপৰা মূৰ তুলি চালে। গাঁওবুঢ়াৰ সৰু ঘৈণী। এহাতে জোৰ টেকেলি আৰু আন হাতত কাঁহি এখন। কাঁহিত গাহৰিৰ পোৰা মঙহ। লগতে লোণ আৰু পকা জলকীয়া। অকণ খৰিচাও। টেকেলিৰ মুখত বাতি এটা। সি হাত মেলি বস্তুকেইপদ ল'লে।

: তই ইয়াতে বহিবিনে? ব'ল, আদাৰৰ ওচৰতে বহিবি।

: নালাগে বাজৌই, মই ইয়াতে ভাল পাইছোঁ।

সি গাঁওবুঢ়াক ককাইদেউ বোলাৰ সূত্ৰে তেওঁৰ ঘৈণীয়েক-কিজনীক নবৌ বুলি মাতে। ইতিমধ্যে সিহঁতৰ কথোপকথন গাঁওবুঢ়াৰ কাণত পৰিল বোধকৰোঁ। তেওঁ পিছলৈ ঘূৰি চাই সুধিলে— কোন ছেংগ্ৰা ঐ ইটো?... ...

সি ব'হি থকা ঠাইডোখৰত ভালদৰে পোহৰ পৰা নাছিল বাবে গাঁওবুঢ়াই সৰু সৰু চকুহাল আৰু সৰু কৰি তালৈ জুমি চালে। ডেকেৰী সৰু ঘৈণীয়েকে লগে লগে মূৰৰপৰা খহি যোৱা ওৰণিখন তুলি ল'লে।

: আদা মইহে, খুলুংবাই।

তিলেশ্বৰে বিনীত স্বৰেৰে সৰুকৈ ক'লে। গাঁওবুঢ়াৰ মুখমণ্ডল হাঁহিৰে উজ্জ্বল হৈ পৰিল।

: অ' আমাৰ তিলে! খুলুংবাই। ফাই ফাই!

তাক হাতবাউল দি মাতিলে গাঁওবুঢ়াই।

: আদা, ইয়াতে হ'ব। আপোনালোক বয়োবৃদ্ধসকলৰ লগত বহিবৰ যোগ্যতা মোৰ এতিয়াও হোৱা নাই নহয়।

তিলেশ্বৰে নম্ৰভাৱে ক'লে।

: সি ইয়াতে বহি বহি ছিখ্‌লা চাব হ'বলা! তইঁত বুঢ়া-বিলাকৰ লগত ৰহি চাব বেয়া পায় নহয়। তাক ইয়াতে বহিব দে!

ঘৈণীয়েকৰ খেমালিৰ সুৰত কোৱা কথা শুনি গাঁওবুঢ়াই প্ৰাণখুলি হাঁহি ক'লে— ঠিক, ঠিক! সি তাতে বহক। তই কেবল তাৰ খবৰ কৰি থাকিবি। তাক জুমাই বেছিকৈ নিদিবি পিবলৈ।

সৰু ঘৈণীয়েকেও 'বাৰু হ'ব' বুলি হাঁহি মাৰি আঁতৰি গ'ল।

তিলেশ্বৰে টেকেলিৰপৰা জো বাতিত ঢালি এঢোক খালে। মঙহ এডোখৰত লোণ সানি সি মুখত ভৰাই চোবাব ধৰিলে। জলকীয়া এটাত একামোৰ মাৰি পকা খৰিচা অকণো মুখত ভৰালে। তাৰ জিভা ফৰফৰাই গ'ল। সেয়ে সি দুয়োহাতেৰে বাতিটো তুলি গোটেইখিনি জো পান কৰিলে। সেহাই সেহাই সি আকৌ এডোখৰ মঙহ মুখত ভৰালে।

নতুনকৈ এবাতি জো বাকি লৈ তিলেশ্বৰে সমুখলৈ চাই পঠিয়ালে। সমুখৰ দৃশ্য দেখাৰ লগে লগে তাৰ ভাল লাগি গ'ল।

আঠজন ডেকাই খাম বজাইছিল; দুজনে ছেৰজা বজাই-ছিল; দুজনে ছিফুঙত মন উতলোৱা সুৰেৰে মায়াজাল সৃষ্টি কৰিছিল। দুজন ডেকাই খায়াঙেৰে তাল ৰাখিছিল। মাজে মাজে অথনি দেখা ডেকাটোৱে গংগনা বজাইছিল। এটাই বজাইছিল লাইগ্ৰিং আৰু আলিবাটত গীত গোৱা ল'ৰাটোৱে জায়খ্ৰোং বজাই গীত গাইছিল। তাৰ লগতে আন দহজন ডেকায়ো গীত গাইছিল। গাঁৱৰ ডেকা আৰু গাঁওবুঢ়াৰ ঘৰৰ দাগানা-হালোৱাই উদাত্ত কণ্ঠেৰে তথা আবেগময় সুৰেৰে গাইছিল—

বাগুৰুম্‌বা হায় বাগুৰুম্‌বা
বাগুৰু বাগুৰু বাগুৰুম্‌বা
জাত নঙাবোলা খুল নঙাবোলা
খাবোখাম্‌ হোম্‌নানে খাম্‌নানৈ লাগোমোন্‌খা
হায় লাগোমোন্‌খা!

খামৰ দ্ৰিং দ দ্ৰিং দ দ্ৰিং দ দ্ৰাঙৰ আলে আলে, ছিফুং আৰু

হেৰেঙাৰ সুৰে সুৰে তথা গীতৰ লয়ে লয়ে তেভ়কুৰিজনী গাঁৱৰেই আবিয়ৈ গাভৰু আৰু গাঁওবুঢ়াৰ যোৱনী গাভৰুৱে মন-প্ৰাণ ঢালি লয়লাস ভংগিমাৰে নাচিছিল। জোনাকে বুৰাই পেলোৱা উন্মুক্ত-কেশী গাভৰুৰ নৃত্য তথা ডেকাহঁতৰ সংগীতে এক মায়াময় পৰিবেশ সৃষ্টি কৰিছিল।

গীতৰ মাজত লুকাই থকা বেদনাৰ সুৰটোৱে তিলেশ্বৰক কিছু বিষণ্ণ কৰিলে। তাৰ হৃদয়ৰ দাপোণত অস্পষ্ট মুখ এখন ভাহি উঠিল। সেই মুখৰ গৰাকীক ডেকাহঁতে গোৱা গীতৰ কথাৰে তাৰ ক'বৰ মন গ'ল— আমি দুয়ো একে জাত, একে ফৈদৰ নোহোৱা হ'লে তোমাক মই থপিয়াই আনি সাবটি ধৰিলোঁহেঁতেন।

পাছমুহূৰ্ত্তে তাৰ চিন্তাত খেলিমেলি লাগি পৰিল। কাৰণ তাৰ হৃদয়ত যি গৰাকীৰ মুখমণ্ডল অস্পষ্টভাৱে আহিছিল, সেই-গৰাকী তাৰ সম্প্ৰদায় কিম্বা ফৈদৰ নহয়।

ক্ষন্তেকৰ ভিতৰতে তাৰ মনৰ মাজৰপৰা বিষণ্ণতা আঁতৰি গ'ল। গীতৰ সুৰে, সংগীতৰ মূৰ্চ্ছনাই তাক যেন এক অন্য ব্যক্তিলৈ ৰূপান্তৰিত কৰিলে। টেকেলি উদং কৰি জো পান কৰাৰ পাছত তাক সুৰৰ মায়াজালে আৱৰি পেলালে। সুৰৰ সমুদ্ৰত অবগাহন কৰি সি ভাবিলে, যি লোকে এই পৰিৱেশত এনে নৃত্য দেখা নাই, এনে সুৰৰ ইন্দ্ৰজাল বিস্তাৰ কৰা সংগীত শুনা নাই, তেনে লোকৰ জীৱন বৃথা।

তিলেশ্বৰৰ ছিফুং বজাবলৈ মন গ'ল। সি সেই বিষয়ে গাঁওবুঢ়াক কওঁ বুলি গাঁওবুঢ়ালৈ চাই আচৰিত হৈ গ'ল। গাঁও-বুঢ়াৰ কাষত আবেলি পুখুৰীৰ পাৰৰ আঁহতৰ তলত লগ পোৱা ৰাতিয়া নামৰ ডেকাটো। গাঁওবুঢ়াক সি কিবা বুজাবলৈ চেষ্টা কৰিছিল আৰু গাঁওবুঢ়াই নিয়ৰৰত গোৰগোৰাই উঠিছিল। তিলে-শ্বৰৰ আবেলিৰ সেই ঘটনাটোলৈ মনত পৰি গ'ল।

যোঁৰাৰ খুৰাৰ শব্দ শুনাৰ লগে লগে মানুহবোৰে ৰঙাল আহিল বুলি কাঁহি চিঞৰিছিল। ভকলোভকে আগৰে ৰাতিয়া

আৰু তাক সমৰ্থন কৰা ডেকাটোৱে গাঁৱৰ মূৰৰ হাবিখনলৈ বুলি ভিৰাই লৰ মাৰিছিল। সকলোবোৰ পলোৱা দেখি ৰংদৈয়েও ভয় খাই তিলেশ্বৰক হাতত ধৰি পুখুৰীৰ পাৰত থকা অকণমান হাবিডোখৰলৈ টানি নিছিল। ফুটুকানিৰ মাজত বহি তাই ফোপাই-ছিল। তিলেশ্বৰে কিন্তু ইমান সোনকালে বঙাল আহিব বুলি ভৰা নাছিল। সেয়ে সি হাবি ফালি আলিবাটলৈ চাইছিল। কিছুপৰৰ পাছতে প্ৰায় আঢৈকুৰিমান ঘোঁৰা পিঠিত আৰোহী লৈ কদমত পাৰ হৈ গৈছিল। সিহঁতৰ আগত যোৱা আৰোহীক তিলেশ্বৰে চিনি পাইছিল— পালিসেনাপতি ভীমবল। তিলেশ্বৰে বুজিছিল, এয়া অশ্বাৰোহী সৈনিকৰ আখৰাহে; বঙালৰ আগমন নহয়।

: তোৰ নিচিনা দেশবৈৰীৰ শাস্তি এটাই, মৃত্যুদণ্ড।

অলপ ডাঙৰকৈ কোৱা গাঁওবুঢ়াৰ কথাই তিলেশ্বৰক সচকিত কৰিলে। গাঁওবুঢ়াৰ কাষতে বহা বৃদ্ধজনে ৰাতিয়াৰ ফালে অসহায়ৰ নিচিনাকৈ চাই থাকিল। তিলেশ্বৰে বুজিলে, ৰাতিয়াই খোলা তৰোৱাল হাতত তুলি লৈছে যেতিয়া আৰু পলম কৰিব নোৱাৰি। সেয়ে সি ৰাতিয়াৰ ওপৰত অতৰ্কিতে জঁপিয়াই পৰিল। এনে হঠাৎ আক্ৰমণৰ বাবে ৰাতিয়া সাজু নাছিল বাবে সি হামখুৰি খাই পৰি গ'ল। তাৰ হাতৰপৰা তৰোৱালখনো এৰাই ছিটিকি পৰিল। প্ৰৌঢ় গাঁওবুঢ়াই অদ্ভুত ক্ষীপ্ৰতাৰে উঠি গৈ তৰোৱাল-খন তুলি ল'লে।

গাঁওবুঢ়াই দবৰাদবৰি কৰি থকা তিলেশ্বৰ আৰু ৰাতিয়াৰ ফাললৈ তৰোৱাল দাঙি আগবাঢ়িল। ইতিমধ্যে নৃত্য-গীত বন্ধ হৈ গৈছিল আৰু নৃত্য-গীতত ভাগ লোৱা ডেকা-গাভৰুবোৰে এঠাইত বৈ তিলেশ্বৰহঁতলৈ চাই আছিল। কথাটোনো কি হ'ল সিহঁতে বুজা নাছিল। আন দৰ্শকসকলৰ মাজতো মৃদু গুণগুণনিৰ সৃষ্টি হৈছিল।

: গাঁওবুঢ়া, য'তে আছ, ত'তে থাক। নহ'লে তোৰ বিপদ আছে।

গাঁওবুঢ়াই থমকি [illegible] চালে। তেওঁ ভাবিলে

ডেকাক হাতত খোলা তৰোৱাল লৈ দৰ্শকৰ মাজৰপৰা তেওঁলোকৰ কাষলৈ আগুৱাই অহা দেখিলে। গাঁওবুঢ়াৰ ভীষণ খং উঠিল আৰু সেয়ে তেওঁ ভয়ানক মূৰ্তি ধৰি তৰোৱাল দাঙি গৰ্জি উঠিল— দেশদ্ৰোহীহঁত, আহ তহঁতক মই সিপুৰীলৈ পঠিয়াওঁ।

ডেকা চাৰিটা আৰু কাষ চাপি আহিল। সিহঁতে একেলগে তৰোৱাল দাঙিলে। কিন্তু লগে লগে আৰ্তনাদ কৰি এটা এটাকৈ সিহঁত মাটিত উবুৰি খাই পৰিল। সিহঁতে হাত-ভৰি আছাৰি এটা সময়ত থৰ হৈ গ'ল। গাঁওবুঢ়াই স্তম্ভিত হৈ সিহঁতৰ পিঠিয়েদি সোমাই যোৱা কাঁড় কেইপাটলৈ চালে। সিহঁতৰ কাঁড়বিদ্ধ পিঠিৰপৰা হোলোকা হোলোকে তেজ ওলাই মাটি তিয়াই পেলালে। জোনৰ পোহৰত এনে ভয়াবহ দৃশ্য দেখি উপস্থিত তিৰোতা আৰু গাভৰু-জাকে ভয়তে চিঞৰ মাৰি ইজনীয়ে সিজনীক গবা মাৰি ধৰিলে।

গাঁওবুঢ়াৰ হাতৰপৰা তৰোৱালখন খহি পৰিল। সিহঁতক কোনে কঁড়িয়াই মাৰিলে সেই কথা ভাবি তেওঁ আচৰিত হ'ল। তেওঁ তিনেশ্বৰহঁতলৈ চালে। ইতিমধ্যে সিহঁতেও দৰৰাদবৰি কৰি-বলৈ এৰি থিয় হৈ কাঁড়বিদ্ধ ডেকা চাৰিজনলৈ চাই আছিল।

: পানী, পানী!

গাঁওবুঢ়াই সম্বিত ঘূৰাই পালে। তেওঁ মাটিলৈ চালে। এটা ডেকা তেতিয়াও মৰা নাছিল। সিয়েই 'পানী, পানী' বুলি সেহাইছিল। গাঁওবুঢ়াই তাৰ ওচৰত বহি পৰিল। কোনোবা এজনে তেওঁৰ কাষতে আঁঠুকাঢ়ি বহি লৈ ডেকাটোক একটীয়া কৰি জোৰ টেকেলি এটা তাৰ মুখত উবুৰিয়াই দিলে। গাঁওবুঢ়াই কাষত বহা মানুহটোৰ মুখলৈ চালে। ভীমবল। ভীমবল কেতিয়া গাঁওবুঢ়াৰ ঘৰলৈ আহিল সেইকথা গাঁওবুঢ়াই নাজানে।

: তহঁতে কিয় এনে কৰিলি?

ভীমবলৰ প্ৰশ্নৰ উত্তৰত ডেকাটোৱে সেহাই সেহাই ক'লে— ৰাতিয়াই আমাক উচটালে। এই যুদ্ধ হেনো আমাৰ নহয়। আপুনি সি ৰজা হ'ব বিচাৰিছিল। মোক সেনাপতি পাতিম

বুলিছিল। দেশদ্ৰোহিতাৰ শাস্তি মই পালোঁ। মোক খেমিবি। ৰাতিয়াকো নেৰিবি। সিখন গাঁৱত আৰু দহটা ডেকা সি গোটাইছে। সিহঁতকো ধৰিবি। মোৰ সময়...।

ডেকাটো ঢুকাল। ভীমবলে উঠি তিলেশ্বৰহঁতলৈ চাই চমকি উঠিল। ৰাতিয়া কেতিয়া পলাল কোনেও নাজানিলে।

: চাউদাংহঁত।

ভীমবলে মতাৰ লগে লগে দহটা মানুহ দৰ্শকৰ জুমৰপৰা ওলাই আহিল। সিহঁতৰ কঁকালত তৰোৱাল আৰু চাৰিটাৰ হাতত ধেনু-কাঁড।

: ৰাতিয়াক বিচাৰ।

: ভাল দেউতা।

সিহঁতকিটা যাবলৈ ওলায়ো থমকি ৰ'ল। হঠাতে পদূলি-মুখৰ ফালৰপৰা চিঞৰ-বাখৰৰ শব্দ ভাহি আহিল। চাউদাং-কিটা আৰু ভীমবলে তৰোৱাল উলিযাই সাজু হ'ল। গাঁও-বুঢ়ায়েও মাটিৰপৰা তৰোৱালখন তুলি ল'লে।

চিঞৰ-বাখৰ কাষ চাপি আহিল আৰু এটা সময়ত মানুহ-বোৰে দেখিলে— তিনিজন পাহৰোৱাল ডেকাই ৰাতিয়াক চোঁচৰাই আনিছে। তাৰ কপাল ফাটি তেজ ওলাইছে। তাক ধৰি অনা ডেকা এটাৰো নাকেৰে তেজ ওলাইছে।

: ইয়াক ক'ত ধৰিলি চাউদাংহঁত?

ভীমবলে মানুহকিটাক সুধিলে। সিহঁত তিনিটাৰ ভিতৰত মুখীয়ালটোৱে ক'লে— ই সকলোৰে অলক্ষিতে বাৰীৰ পিছফালেৰে পলাইছিল। আমাৰ আঘোনাই দেখি ইয়াৰ পিছ লৈছিল। আলিৰ ওপৰত আঘোনাৰ সতে ইয়াৰ জোটাপুটি লাগিছিল। আঘোনাই ইয়াক বিঠা-দগৰা দিছিল। তথাপি ই তাৰ হাতৰপৰা চেঙেলি পিছলা দিছিল। আমি দুটাই লৰমাৰি গৈ কোনোমতেহে আঘোনাৰে লগ হৈ ইয়াক ধৰি আনিছোঁ।

ঃ বৰ ভাল কৰিলি ইয়াক ধৰি। এতিয়া ব'ল বাকিকিটাকো সিখন গাঁৱত ধৰোঁগৈইক। —ভীমবলে কন্তেক বৈ গাঁওবুঢ়াৰ মুখলৈ চাই ক'লে — আজি আমি নথকা হ'লে তোৰফালে আধ্যা পৰিল-হেঁতেন। আৰু তই সেইবাবে তিলেশ্বৰহে শলাগ ল। সি আমাক সময়মতে বাতৰি নিদিয়া হ'লে ঘটনাই অইনফালে মোৰ ল'লেহেঁতেন! তদুপৰি ৰাতিয়াই তৰোৱাল উলিয়াই তোক কাটিব ধৰাৰ সময়ত সিহে তোক বচালে। চাউদাংহঁত, ব'ল।

দেওশ্বৰী আৰু কণমায়ে কান্দি কান্দি মূৰ্চ্ছা গ'ল। তিলেশ্বৰহঁতৰ চোতালত গোটখোৱা তিৰোতাবোৰে সিহঁতদুজনীক ধৰা-মেলা কৰি মূৰত তেল-পানী দি শুশ্ৰূষা কৰিব ধৰিলে। অলপ আঁতৰৰ গছৰ মূঢ়া এটাত বহি থকা তিলেশ্বৰৰ মুখমণ্ডল মৰা মানুহৰ মুখৰ নিচিনা হ'ল। সি যেনিবা উশাহ ল'বলৈকো পাহৰিলে। তিলেশ্বৰৰ পিছফালে থিয় দি থকা ৰজাৰ চৰীয়াকিটাৰো মনবোৰ মৰা হৈ পৰিল।

: অ' বৌ! —কণমায়ে চেতনা পাই চিঞৰিলে— ককাইদেউক দেৱী মহামায়াই মতা নাই, ৰাজকুমাৰীয়েহে খিয়ালতে মহামায়াৰ ওচৰলৈ পঠিয়াইছে। সিবাৰো ককাইদেউক ৰাজকুমাৰীয়ে চাবুকেৰে কোবাইছিল। কিন্তু মই যাব নিদিওঁ ককাইদেউক। ককাইদেউ অ'।

তাই হঠাতে উঠি তিলেশ্বৰৰ ফাললৈ লৰ মাৰিলে। কিন্তু তাৰ ওচৰ পোৱাৰ আগেয়ে তাই আকৌ মূৰ্চ্ছা গৈ মাটিত ঢাচকৈ পৰি গ'ল। তিলেশ্বৰে উঠি আহি তাইক আলফুলকৈ মাটিৰপৰা তুলিলে। তাৰ দুগালেদি দুধাৰ লোতক বৈ গ'ল।

: ইস্ ৰাজকুমাৰীয়েনো এই বাঁৰী মানুহজনীৰ একেটি মাথোঁ ল'ৰাকহে মহামায়াৰ থানত দুৰ্গাপূজাৰ অষ্টমীৰ দিনা দিব লাগে বুলি সমাজিকত দেখিব লাগেনে! দেৱীয়ো যে আৰু

থঁকুটো! —বৃদ্ধা এজনীয়ে বিৰক্তিৰে কথাষাৰ ক'লে। কিন্তু পাছমুহূৰ্ত্ততে তাই দেৱীপীঠৰ ফালে হাতযোৰ কৰি ভীত কণ্ঠেৰে ক'লে— আই ভগৱতী, তুমি তুষ্ট হোৱা। মোৰ বচনত দোষ নধৰিবা। তোমাৰ মহিমা আমি নৰ-মনিচে কি বুজিম! তিলেশ্বৰৰ ভালৰ বাবেই কিজানি তুমি তাক বিচাৰিছা।

তিলেশ্বৰৰ মাকে জ্ঞান পাই তাক কাষত বিচাৰিলে। সি মাকৰ কাষচাপি গ'ল। তেওঁ তাৰ গালে-মুখে হাত ফুৰাই ক'লে— সোণাই মোৰ, তইঁতৰ ককাদেউতাৰক চলাজনা স্বৰ্গদেউ এজনৰ সতে মৈদাম দিছিল। দেউতাৰকো তেওঁৰ পাছৰ স্বৰ্গদেউৰ বেথাৰ কুঁৱৰী এগৰাকীৰ ল'ৰাৰ সতে জীৱন্তে মৈদাম দিব খুজিছিল। বুঢ়ী আয়েৰে তেওঁক অতি কষ্টেৰে পলুৱাই আনি এইখিনি পাইছিলহি। এতিয়া তোকো ৰজাই মহামায়াৰ থানত বলি দিব। তইঁতৰ বংশৰ ওপৰত কিবা দেওৰ শাও আছে বোধকৰোঁ। —মাকে কিছুসময় দীঘল দীঘলকৈ উশাহ লৈ আকৌ ক'লে— লুথুৰাখন খেলত উপজিছ যেতিয়া তই বলি যাবই লাগিব। সেইবাবে মই বেজাৰ কৰাটো মুগুৱায়। পাছে মাকজনী হৈ সেই দিনটোলৈ মই বৈ থাকিবও নোৱাৰোঁ। তই পাৰিলে ভোগী অবস্থাতে কণমাইৰ কিবা গতি লগাবি। মই আহিলোঁ। আই মহামায়া, মোৰ ল'ৰা-ছোৱালীহালক চাবা।' •

মাকে চকু মুদা দেখি পোনতে তিলেশ্বৰে কি হ'ল মুবুজিলে। কিন্তু কণমায়ে যেতিয়া জ্ঞান পাই হঠাতে 'অ' ককাইদেউ, বৌৰ কি হ'ল অ' বুলি চিঞৰি মাকৰ দেহৰ ওপৰত আছাৰখাই পৰি হুৰাওৱাৰে কান্দিব ধৰিলে, তেতিয়াহে মাক হঠাতে ঢুকাল বুলি সি বুজিলে।

ওচৰৰ তিৰোতাবোৰেও কান্দিব ধৰিলে। কণমায়ে কান্দি কান্দি দেৱী মহামায়া আৰু ৰাজকুমাৰীক অবাইচ মাতেৰে গালি পাৰিলে। তিলেশ্বৰক নিবলৈ অহা চৰীয়াকিটাকো তাই গালি পাৰিলে।

তিলেশ্বৰে কিন্তু নাকান্দিলে। সি মৌন হৈ মাকৰ মৃতদেহ-টোলৈ চাই থাকিল। তাৰ মুখৰ মাংসপেশীবোৰ ধীৰে ধীৰে কঠিন হৈ আহিব ধৰিলে। লগে লগে তাৰ চকুৰ আগত ৰাজ-কুমাৰী চম্পাৰ জিঘাংসাত শাৰ্দূলৰ মুখাবয়বৰ নিচিনা ভয় লগা হৈ পৰা মুখমণ্ডল ভাহি উঠিল।

ৰাজকুমাৰী চম্পাই নৈৰ পাৰৰ নিম গছজোপাৰ তলত ঘোঁৰাৰ পিঠিৰপৰা অবৰোহণ কৰিলে। তিলেশ্বৰেও তেওঁক দেখি ঘোঁৰাৰ-পৰা নামিল। আজি কিছুদিনৰপৰা ৰাজকুমাৰীৰ চলন-ফুৰণ, কথা-বতৰাৰ সুৰত এক অস্বাভাবিক গাম্ভীৰ্য দেখি সি আচৰিতেই হৈছিল। সি মনে মনে বেছ শংকিতও হৈছিল, কি ঠিক, ৰাজকুমাৰীৰ মগজুত কেতিয়া কি ভাব খেলায়। তিনিদিন আগেয়েতো তাক শিশুগছ এজোপাত থিয় কৰাই তাৰ সোঁৰে-বাঁৰে, তলে-ওপৰে, সকলোতে কাঁড মাৰি গছজোপা থকা-সৰকা কৰিছিল। সিতো তাৰ ভবলীলা সিদিনাই সাং হ'ব বুলিয়েই ভাবিছিল। ৰাজকুমাৰীৰ চকুৱে-মুখে সেই সময়ত এক হিংস্ৰ শ্বাপদৰ অভিব্যক্তি ফুটি উঠি-ছিল। প্ৰতিডাল কাঁড ৰাজকুমাৰীৰ ধনুৰপৰা ওলোৱাৰ আগ-মুহূৰ্তত তাৰ ভাব হৈছিল— এয়াই তাৰ জীৱনৰ অন্তিম ক্ষণ। অথচ আচৰিতভাবে তাৰ দেহত সামান্য আঁচোৰ এটাও লগা নাছিল। শৰ নিক্ষেপত ৰাজকুমাৰীৰ দক্ষতা দেখি সি স্তম্ভিত হৈছিল। কিন্তু ৰাজকুমাৰীয়ে তাক তেনেদৰে ৰাখি কাঁড় মৰাৰ কাৰণটো হ'লে সি বুজা নাছিল। আৰু আজিও সি বুজা নাই কাৰণটো। শেষৰপাট কাঁড় ওচৰত থিয় দি লিগিৰাটোৰে ধৰি থকা তূনৰপৰা ৰাজকুমাৰীয়ে লৈ ধনুত জুৰি তাৰ বুকুলৈ লক্ষ্য কৰি টোঁৱাইছিল। সি বুজা নাছিল তেওঁৰ উদ্দেশ্যৰ কথা। কাঁৰতে থিয় দি থকা লিগিৰাটোৱে ঘটনাৰ গুৰুত্ব বুজি ভয়তে থৰ্ থৰ্কৈ কঁপিছিল। তিলেশ্বৰে কিন্তু কঁপা নাছিল। তাৰ তিলমানো ভয়

লগা নাছিল। সি ৰাজকুমাৰীৰ দেহৰ প্ৰতিটো ভংগীকেই কৌতূহলেৰে লক্ষ্য কৰি গৈছিল।

তিলেশ্বৰে ৰাজকুমাৰীৰ চকুলৈ একেথৰে চাই আছিল। ৰাজকুমাৰীৰ চকুৰ চাৱনিত তেতিয়া শূন্যতা আছিল। মাথোঁ শূন্যতা! তেওঁ বোধকৰোঁ তিলেশ্বৰকো দেখা নাছিল।

ৰাজকুমাৰীয়ে ধনুৰ গুণডাল টানিছিল। তিলেশ্বৰে অদ্ভুতভাবে মিচিকিয়াইছিল। তাৰ হাঁহি দেখি ৰাজকুমাৰীয়ে ৰঙা পৰি উঠা চকুহাল মুদি দিছিল। হঠাতে তেওঁ এক দীৰ্ঘ নিশ্বাসেৰে ধনুখন ওপৰলৈ দাঙি কাঁড়পাট এৰি দিছিল। সোঁসোঁৱাই উৰি গৈ ওপৰৰ ডাল এটাত থপ্‌কৈ শব্দ কৰি সোমাই লাগি ধৰা কাঁড়পাটলৈ আচৰিত হৈ কেইমুহূৰ্তমান তিলেশ্বৰে চাইছিল। এটা সময়ত ঘোঁৰাৰ খুৰাৰ শব্দ শুনি সি মূৰ নমাই সমুখলৈ চাইছিল। শুকুলা ঘোঁৰাৰ পিঠিত উঠি ৰাজকুমাৰী চম্ফা তীব্ৰ গতিৰে আঁতৰি গৈছিল। কবৰী খুলি বতাহত পতাকা উৰাদি উৰি যোৱা তেওঁৰ সুদীৰ্ঘ কেশগুচ্ছ দেখি তিলেশ্বৰৰ এনে লাগিছিল, সেয়া যেন চুলি নহয়, এচপৰা শাওনৰ কঁজলা মেঘহে!

কিছুপৰ আঁতৰৰ শিমলুজোপাত বহি থকা ধনেশটোলৈ চাই ৰাজকুমাৰী চম্ফাই তিলেশ্বৰক হাতবাউল দি ওচৰলৈ মাতিলে। ইতিমধ্যে নিমগছৰ তলত থিয় দি নেজৰ ফানেৰে মাখি খেদি থকা ঘোঁৰাহাললৈ এবাৰ চাই সি সোণাৰুজোপাৰ গাত আঁউজি থকা ৰাজকুমাৰীৰ ওচৰচাপি গ'ল। তেওঁ পোন হৈ থিয় দি তাৰ চকুলৈ কেইমুহূৰ্তমান গভীৰ দৃষ্টিৰে চাই সৰু অথচ দৃঢ় কণ্ঠস্বৰেৰে সুধিলে—যোৱা দেওবাৰে ভৰদুপৰীয়া তুমি ক'লৈ গৈছিলা?

: গাঁৱলৈ!

: মোৰ আগত ফাঁকি নিদিবা, সঁচা কোৱা। গাঁৱলৈ তুমি শনিবাৰে পিছবেলা গৈছিলা।

তেওঁ ধমক দি উঠিল। সি থৰমৰ খাই গ'ল।

: নৈৰ পাৰলৈ।

সি তেওঁৰ চকুলৈ নাচাই সক্কৈ ক'লে।

: কিয় গৈছিলা ?

: গা ধুবলৈ।

: গা ধুবলৈ ? —ৰাজকুমাৰী যেন আকাশৰপৰাহে পৰিল, এনেভাবত ক'লে— মোৰ চকুলৈ চাই কোৱা, গা ধুবলৈ গৈছিলা ?

: সঁচাকৈয়ে কৈছোঁ ৰাজকুমাৰী, মই গা ধুবলৈ গৈছিলোঁ।

কিছুসময় তেওঁৰ চকুলৈ চাই সি আকুতিভৰা কণ্ঠেৰে ক'লে। লগে লগে ৰাজকুমাৰীৰ নাকেৰে এক দীৰ্ঘনিশ্বাস সৰি পৰিল।

: যোৱা মঙলবাৰে আবেলি ক'লৈ গৈছিলা ?

: গাঁৱলৈ।

: ৰংদৈহঁতৰ গাঁৱলৈ বুলি কোৱা।

বিদ্রূপ মিহলি মাতেৰে ৰাজকুমাৰীয়ে ক'লে। সি একো উত্তৰ নিদি তলমূৰ কৰিলে।

: আৰু ক'লৈ গৈছিলা ?

ৰাজকুমাৰীয়ে কৰ্কশ মাতেৰে সুধিলে যদিও মনে মনে তেওঁ তিলেশ্বৰক প্ৰাৰ্থনা কৰিলে— তুমি সঁচা কথা নক'বা ; ভুলতেও সঁচা নক'বা। কাৰণ তুমি জানা, অপ্ৰিয় তথা নিষ্ঠুৰ সত্যক স্বীকাৰ কৰি লোৱাৰ সাহস আৰু ক্ষমতা যে মোৰ নাই ; মই শিলা হৈ ৰাম !

: গাঁওবুঢ়াৰ ঘৰলৈ ৰাতি গৈছিলোঁ।

: কিয় গৈছিলা ?

ৰাজকুমাৰীৰ মগজুৰ ভিতৰত যেন হঠাতে একুৰা জুই ভমককৰি জ্বলি উঠিল।

: বাগুৰুম্বা নাচ চাবলৈ।

: বাগুৰুম্বা নাচ চাবলৈ নে বৃদ্ধ গাঁওবুঢ়াৰ সুন্দৰী তথা যুৱতী সৰু ঘৈণীয়েকক চাবলৈ ?

ৰাজকুমাৰীৰ যেন সংযমৰ বান্ধ হেৰাই গ'ল আৰু তেওঁ ধীৰে ধীৰে শালীনতাৰ সীমা চে।ৰাই যাব ধৰিলে।

: ৰাজকুমাৰী, ছিঃ—

: চুপ থাকা। —তাক বাধা দি ৰাজকুমাৰীয়ে তীক্ষ্ণস্বৰেৰে ক'লে— তুমি বোধকৰোঁ নাজানা যে গাঁওবুঢ়াৰ সৰু ঘৈণীয়েক সম্প্ৰতি অন্তৰ্বৰ্ত্তী! সঁচা কথা কোৱা, কিয় গৈছিলা?

: পালি সেনাপতি ভীমবলে মোক যাবলৈ কৈছিল ৰাজ-দ্ৰোহীক ধৰিবলৈ।

খঙতে ৰঙাপৰি উঠা ৰাজকুমাৰীৰ মুখলৈ চাই সি নিমাখিত কণ্ঠেৰে ক'লে। তাৰ সৰল মুখমণ্ডলে তেওঁক শান্ত কৰি পেলালে। কিন্তু পিছমুহূৰ্ত্তে তেওঁৰ হৃদয় জ্বলি উঠিল— সি সঁচা কোৱা নাই। গাঁৱৰ মাজেদি ৰংদৈৰ সতে হুলিগলি কৰি ফুৰাৰ কথা ৰাজকুমাৰীয়ে জানিছে বুলি বুজি পোৱাৰ পাছতো সি অকণো চন্দুৱা পৰা নাই। সি শঠ!

: তুমি কিয় ইমান শলাল?

কিছুসময় তাৰ হাঁহি থকা মুখলৈ চাই ৰাজকুমাৰীয়ে সুধিলে। সি কিন্তু তেওঁৰ ডিঙিৰ গেজেৰাটোলৈ চাই হাঁহিয়েই থাকিল। তাৰ শিশুৰ নিচিনা হাঁহিয়ে তেওঁক জ্বলাই দিলে। তেওঁ খঙতে থৰ্‌থৰ্‌কৈ কঁপিব ধৰিলে। তেওঁৰ অবস্থাটো দেখি তাৰ হাঁহিটো ভ্ৰূকুটিৰ হাঁহিলৈ সলনি হ'ল। আৰু এটা সময়ত সকলো পাহৰি প্ৰচণ্ড খং তথা ক্ষোভেৰে ৰাজকুমাৰী চম্পা তিলেশ্বৰৰ ওপৰত হিংস্ৰ বাঘিনীৰ নিচিনাকৈ জঁপিয়াই পৰিল।

: তোৰ ওপৰত মই প্ৰতিশোধ ল'ম বেটী। তোকো মই দেও চাই পূজা দিম।

তিলেশ্বৰে দেৱীপীঠৰ কাললৈ চাই ভোৰভোৰালে। চৰীয়া-কিটাই কিন্তু ভয়তে দেৱীপীঠক উদ্দেশি সেৱা জনালে। কিছু বয়সস্থ চৰীয়াটোৱে দেৱীপীঠৰ উদ্দেশ্যে চকুমুদি হাতযোৰ কৰি ক'লে— তাৰ দোষ নল'বা আই মহামায়া। তাক এই পৰিস্থিতিয়ে ভাল-বেয়া চিন্তা কৰিব নোৱৰা কৰি দিছে।

ঃ নধৌ, তুমি ককাইদেউক অনাদৰ নকৰিবা। সি সৰুৰে-পৰা বৰ কষ্ট পাইছে। জীয়াই থকা দিনকিটা অন্ততঃ সি যাতে সুখৰ মুখ দেখে। —কণমায়ে ৰাজকুমাৰী চম্পাক কথাষাৰ কৈ এসোঁতা কান্দিলে। ৰাজকুমাৰীয়ে তাইৰ দুগালেদি বৈ যোৱা চকুপানী দুধাৰ আলফুলকৈ আঙুলিৰ মূৰেৰে মচি দি তাইক আশ্বাস দিলে।

কণমাই গিৰীয়েক ভীমবলৰ সতে কোঠাটোৰপৰা ওলাই গ'ল। ভীমবল ৰাজকুমাৰীৰ খুৰীয়েকৰ ভায়েক। তেওঁ খুৰীয়েকৰ তলৰজন সেনাপতি। ভোগী তিলেশ্বৰৰ ইচ্ছা অনুসৰি ৰজাই ভীমবলৰ সতে কণমাইৰ বিয়া পাতি দিছিল।

তিলেশ্বৰে যেতিয়া ৰাজকুমাৰীক বিয়া কৰোৱাৰ প্ৰস্তাব দিছিল, ৰজাৰ লগতে সভাসদবৰ্গও হতবাক হৈ গৈছিল। সেনা-পতিয়ে খণ্ডতে খাপৰপৰা তৰোৱাল উলিয়াই তাক কাটিবলৈ লৈছিল; কিন্তু ৰজাই সেনাপতিক নিৰস্ত্ৰ কৰি কৈছিল— তিলেশ্বৰ, তই এতিয়া আই মহামায়াৰ মানুহ। সেয়ে তোৰ প্ৰাৰ্থনা মই মঞ্জুৰ কৰিলোঁ।

পিছদিনাই ৰাজকুমাৰী চম্পাৰ সতে ভোগী তিলেশ্বৰৰ বিবাহ কাৰ্য্য সম্পন্ন হৈছিল। আৰু দুমাহৰ পাছতে ৰাজকুমাৰী বিধবা হ'ব লাগিব বুলি ভাবি মহাৰাণীয়ে কান্দিছিল।

খোবা-খুৰীলৈ অহা অতিথিবৰ্গই এজন এজনকৈ ৰাজকুমাৰী চম্পাক মাত লগাই গুচি গ'ল। হাঁহি কাৰো মুখতেই নাছিল। ৰাজকুমাৰীয়ে কিন্তু ওঁঠত এক মিচিকিয়া হাঁহিৰে সকলোকে বিদায় সম্ভাষণ জনালে।

সকলোৰে শেষত খুৰীয়েক কোঠাত সোমাল। খুৰীয়েকক দেখি ৰাজকুমাৰীয়ে পুষ্পসুশোভিত পালংকৰপৰা নামি আহি তেওঁক ভৰি ছুই প্ৰণাম কৰিলে। খুৰীয়েকে ৰাজকুমাৰীৰ মূৰত চুম্বন কৰি আশীৰ্বাদ কৰিলে— 'তই আয়ুষ্মতী হ অ' আই চম্পা। তোৰ শিৰৰ সেন্দুৰ অক্ষয় থাকক।' কিন্তু পাছমুহূৰ্ত্ততে তেওঁ চমকি উঠিল। তেওঁ খোকাখুকি মাতেৰে ক'লে— মই তোক বেজাৰ দিবলৈ এই আশীৰ্বাদ কৰা নাই, আই। মই একান্তমনে কামনা কৰোঁ, মহামায়াই তোৰ শিৰৰ সেন্দুৰ অক্ষয় ৰাখক।

ৰাজকুমাৰীয়ে কেইমুহূৰ্ত্তমান খুৰীয়েকৰ মুখলৈ চালে। এটা সময়ত চকু-মুখ হাঁহিৰে উদ্ভাসিত কৰি তেওঁ ক'লে— তুমি ঠিকেই কৈছা আদৈ, মোৰ প্ৰেম, মোৰ সতীত্ব যদি সত্য হয়, তেনে-হ'লে মোৰ শিৰৰ সেন্দুৰো অক্ষয় হৈ ৰ'ব। আই মহামায়াই নিশ্চয় মোৰ স্বামীক মোৰ বক্ষলৈ ওভতাই পঠিয়াব।

কিন্তু পিছ পলকতে তেওঁ খুৰীয়েকৰ বুকুৰ মাজত সোমাই উচুপি উঠিল। তেওঁক সাবটি খুৰীয়েকে কান্দিলে।

মাজনিশা তিলেশ্বৰ কোঠাত সোমাল। তালৈ অপেক্ষা কৰোঁতে কৰোঁতে ৰাজকুমাৰী ফুলৰ মাজত শুই পৰিছিল। কিন্তু দুৱাৰ জপোৱাৰ শব্দত তেওঁ সাৰ পাই উঠি বহিল। তেওঁলৈ চাই ভেবালগা তিলেশ্বৰৰ প্ৰতি তেওঁৰ মৰম উথলি উঠিল।

: কি চাইছা ইমানকৈ? —ৰাজকুমাৰীয়ে ওঁঠত এক মিঠা হাঁহি লৈ সুধিলে।

: তোমাক। —সি মুগ্ধ কণ্ঠেৰে ক'লে।

: ইস্ আগেয়ে জানো দেখা নাই মোক? —ৰাজকুমাৰী লাজতে ৰঙা-চিঙা পৰি উঠিল।

: ওঁহো, এনেদৰে ফুলৰ ৰাণী হৈ থকা তোমাক ইয়াৰ আগেয়ে কেতিয়াও দেখা মনত নপৰে। কুঁৱৰী, তুমি সাইলাখ স্বৰ্গৰ অপ্সৰা মেনকা।

তাৰ কণ্ঠত আবেগ উথলি উঠিল। ৰাজকুমাৰী আকৌ লাজতে ৰঙা পৰি গ'ল। কিন্তু তথাপি তেওঁ পালংকৰপৰা নামি তাৰ ফাললৈ ধীৰ খোজেৰে আগুৱাই গ'ল।

ৰাজকুমাৰীয়ে আঁঠুকাঢ়ি তিলেশ্বৰক প্ৰণাম কৰি সুৰীয়া মাতেৰে ক'লে— তুমি মোৰ স্বামী, মই তোমাৰ ধৰ্মপত্নী। আজিৰ-পৰা মই তোমাৰ চকুৰে পৃথিৱীখন দেখিম আৰু তোমাৰ মনেৰে ভাবিম। তোমাৰ আয়ুসেৰে মোৰ শিৰৰ সেন্দুৰ অক্ষয় হ'ব আৰু মোৰ প্ৰেম, মোৰ সতীত্ব, শুভ কামনা তথা প্ৰাৰ্থনাৰে তুমি আয়ুষ্মান হ'বা। তুমি মোৰ হাতত ধৰি তোমাৰ পত্নীক সংসাৰ-ক্ষেত্ৰত আগুৱাই নিবা আৰু মই জীৱন জুৰি তোমাৰ ছাঁৰ নিচিনাকৈ তোমাক অনুসৰণ কৰিম।

ভৰিত পানীৰ পৰশ লগাত তিলেশ্বৰে ৰাজকুমাৰীক দুবাহুত ধৰি থিয় কৰাই দিলে। সি বোবাৰ নিচিনাকৈ তেওঁৰ মুখলৈ কিছু সময় চাই ৰাজকুমাৰীৰ অশ্ৰুমালা দুধাৰ আলফুলকৈ মচি দিলে। তাৰপাছত সি ৰাজকুমাৰীৰ পূৰ্ণচন্দ্ৰৰ নিচিনা মুখত হৃদয়ৰ সমস্ত আবেগেৰে চুম্বন কৰিলে। ৰাজকুমাৰীয়ে তাক আকুলভাবে সাবটি ধৰিলে।

তিলেশ্বৰৰ সোহাগত ৰাজকুমাৰীৰ দেহবল্লৰী থৰ্‌থৰ্‌কৈ কঁপিব ধৰিলে। এক অসহ্য যন্ত্ৰণাত অস্থিৰ হৈ তেওঁ এটা সময়ত তাক দুহাত প্ৰসাৰিত কৰি আমন্ত্ৰণ জনালে।

: কি হ'ল তোমাৰ হঠাতে ?

পালংকৰপৰা তিলেশ্বৰ নামি যোৱা দেখি ৰাজকুমাৰীয়ে আচৰিত হৈ সুধিলে। সি কিন্তু এক অৱজ্ঞাৰ হাঁহি মাৰি কোঠা-টোৰ এচুকত থকা ৰূপৰ ভোগজৰাটো তুলি ল'লে। সি সেইটো মুখত বাকি দি ঢক্ ঢকুকৈ তাত থকা লাওপানী পিব ধৰিলে।

ৰাজকুমাৰীয়ে বিছনাৰপৰা নামি একে লৰে গৈ তাৰ হাতৰপৰা জোগজৰাটো কাঢ়ি আনিলে। আঁজোৰমাৰি অনা-বাবে কিছু লাওপানী মজিয়াত পৰি গ'ল। ৰাজকুমাৰী আৰু তিলেশ্বৰৰ কাপোৰতো পৰিল কিছু। কোঠাটোৰ বতাহৰ সতে লগে লগে লাওপানীৰ গোন্ধ মিহলি হৈ গ'ল।

: তুমি, তুমি কিয় জো খাইছা? আজি আমাৰ ফুলশয্যাৰ নিশা। আৰু তুমি সকলো পাহৰি জো খাইছা!

ৰাজকুমাৰীয়ে তাক মৃদু ভৰ্ৎসনা কৰি ক'লে। সি তেওঁৰ কথা শুনি ঢেক্‌ঢেকাই হাঁহিলে। ৰাজকুমাৰীৰ খঙে মূৰৰ চুলিৰ আগ পালে সি ইহা দেখি।

: কি ইতৰ লোকৰ নিচিনাকৈ হাঁহিছা? এতিয়া তুমি ৰজাৰ জোৱাঁই, সেই কথা পাহৰি নাযাবা।

: কুঁৱৰী, মইতো ইতৰেই আছিলোঁ। তুমিতো গৰখীয়া তিলেশ্বৰক এদিন চাবুকেৰে কোবাইছিলা। তাৰপাছত যেনিবা তুমি মোক তোমাৰ প্ৰধান দেহৰক্ষীৰ মৰ্যাদা দি জাতত তুলিছিলা। আৰু ৰজাৰ জোঁৱাই হ'লে কি হ'ব, মইতো ভোগী। তুমাহ পাছত মোৰ মূৰটো মহামায়াই চোবাব। গতিকে মদ-মাইকী মোক লাগিবই।

তাৰ কথা শুনি ৰাজকুমাৰী থৰ হৈ গ'ল। সি ইমান বেয়া কথা ক'ব পাৰে বুলি তেওঁ ভাবিবই পৰা নাছিল। কিন্তু কেইমুহূৰ্ত মানৰ পাছত তিলেশ্বৰক তেওঁৰ ফাললৈ ধীৰে ধীৰে আগুৱাব ধৰা দেখি তেওঁ পিছুৱাই গ'ল।

: চোৱা কুঁৱৰী, —ৰাজকুমাৰীয়ে ভয়তে পিছুৱাই যোৱা দেখি সি থমকি বৈ ক'লে— মই মদ খালোঁ। এতিয়া মাইকীৰ প্ৰয়োজন। আহা কাষ চাপি।

: ওঁহো, তুমি নাহিবা, তুমি নাহিবা। মই তোমাক বিবাহিতা স্ত্ৰী।

ৰাজকুমাৰী আৰু দুখোজ পিছুৱাই গ'ল।

: আহ্, সেই বাবেইতো তোমাৰ কাষলৈ আহিছোঁ। নহ'-লেনো ক'ৰ মাইকী পাবা এই মুহূৰ্তত !

সি অশ্লীল হাঁহি মাৰি ক'লে। ৰাজকুমাৰীয়ে বিছনাখনত বহি দি দুয়ো হাতৰ তলুৱাৰে মুখ ঢাকি ভগা ভগা মাতেৰে ক'লে— মই তোমাৰ ভৰিত ধৰিছোঁ, তুমি মোৰ কাষচাপি নাহিবা। মই তোমাৰ কামপত্নী নহওঁ, ধৰ্মপত্নীহে ! সেয়ে মই কোনোদিনেই ভোগৰ সামগ্ৰী হিচাপে তোমাৰ ওচৰত আত্মসমৰ্পণ কৰিব নোৱাৰোঁ।

তিলেশ্বৰ থমকি ৰ'ল কেইমুহূৰ্তমান। তাৰপাছত হাঁহি ক'লে— ঠিক আছে তেনে। তুমি মোৰ ধৰ্মপত্নীয়েই হৈ থাকা। মোক এই মুহূৰ্তত ধৰ্মপত্নীৰ প্ৰয়োজন নাই, কামপত্নীৰহে প্ৰয়ো-জন। ৰংদৈ লিগিৰী আছে যেতিয়া তুমি নহ'লেও হ'ব।

সি দুৱাৰৰ ফালে ঘূৰিল। দুৱাৰৰ শলখাডালত সি হাত দিয়াৰ লগে লগে ৰাজমকুৰীয়ে উৰি যোৱাদি গৈ তাক পিছ-ফালৰপৰা গবামাৰি ধৰি সুধিলে— ক'লৈ যোৱা তুমি ?

: ক'লৈকো নাযাওঁ, বাহিৰত বৈ থকা প্ৰহৰী এটাক ৰংদৈ লিগিৰীক আনিবলৈ কওঁ। —নিৰুদ্বেগ কণ্ঠেৰে সি ক'লে। ৰাজ-কুমাৰীয়ে তাৰ সমুখলৈ গৈ দুৱাৰত আঁউজি সুধিলে — কেলেই আনিব লাগে তাইক ?

: মোৰ ক্ষুধা নিবৃত্তিৰ বাবে।

: তুমি নোৱাৰা আনিব তাইক।

: মই পাৰিম।

: যদি আনা, তেন্তে মই ওলাই যাম।

: তুমি যাব নোৱাৰা ওলাই। তুমি সিটো কোঠাত থাকিবা। আমি যেতিয়া ফুলেৰে সজাই থোৱা সেই পালংকত ক্লান্ত হৈ টোপনি যাম, তুমি তেতিয়া আমাক বিচনীৰে শীতল বা' দিবা; মোৰ আৰু ৰংদৈৰ ভৰি পিটিকি দিবা; পুৱা আমাক জলপান দিবা।

ৰাজকুমাৰীয়ে হিতাহিত জ্ঞান হেৰুৱাই তিলেশ্বৰৰ গালত সজোৰে এচৰ মাৰিলে। তিলেশ্বৰে হাঁহিলে। পিছমুহূৰ্তত সি

শাণিত কণ্ঠেৰে ক'লে– কুঁৱৰী, তুমি পাহৰি নাযাবা, মই ভোগী আৰু মই যি বিচাৰোঁ, সেয়েই হ'ব। ৰজায়ো বাধা দিব নোৱাৰে।

ৰাজকুমাৰীয়ে কিছু সময় চাই থাকিল তাৰ মুখলৈ বোবা দৃষ্টিৰে। আৰু এটা সময়ত তাক সজোৰে সাৱটি ধৰি কান্দোন মিহলি মাতেৰে মিনতি জনালে— তুমি তেনে নকৰিবা, তোমাৰ চক্ষাৰ শপত! মানুহৰ আগত তুমি মোক হাঁহিয়াতৰ পাত্ৰী নকৰিবা, পুতৌৰ পাত্ৰী নকৰিবা মোক।

সি নিশ্চল হৈ থাকিল। ৰাজকুমাৰীয়ে তাৰ চকুলৈ মূৰ তুলি চালে। তেওঁ দুযোগাতৰ মাজত তাৰ মুখমণ্ডল লৈ ক'লে – চোৱা, তোমাক মই বাধা নিদিওঁ; কিন্তু তুমি আজি, অন্ততঃ আজি তাইৰ ওচৰলৈ নাযাবা। তুমি মোৰ স্বামীদেৱতা, ইহকাল-পৰকালৰ লগৰী; মই তোমাৰ পত্নী। আৰু আজি আমাৰ ফুলশয্যাৰ নিশা! তুমি ভাল, তুমি বৰ ভাল। —তেওঁ টপাটপ তাৰ গালে-মুখে চুমা দিলে। কোৱাচোন তুমি নোযোৱা বুলি। —সি তেতিয়াও নিশ্চল হৈ থকা দেখি ৰাজকুমাৰীয়ে ক'লে।

: কুঁৱৰী! —বহুসময়ৰ পাছত সি তেওঁৰ বাহুপাশৰপৰা জোৰকৈ নিজকে মুক্ত কৰি ক'লে— মোৰ তপত নাৰীদেহৰ প্ৰয়োজন, শীতল পত্নীৰ প্ৰয়োজন নাই এইমুহূৰ্তত।

: প্ৰহৰী! —সি ৰাজকুমাৰীক আঁতৰাই দুৱাৰ খুলি মাতিলে। লগে লগে প্ৰহৰী এটা আন্ধাৰৰ মাজৰপৰা আগুৱাই আহিল।

: লিগিৰীটোলৰপৰা ৰংদৈ লিগিৰীক লৈ আহ।

: দেউতা, বন্দীয়ে নুবুজিলেঁ।। —প্ৰহৰীটোৱে ভয়ে ভয়ে এবাৰ মজিয়াত লেপেটাকাঢ়ি বহি পালংকত মূৰ থৈ উচুপি থকা ৰাজকুমাৰীলৈ চাই ক'লে।

: নুবুজিবৰ কি আছে? ৰংদৈক লৈ আহ।

: কিন্তু দেউতা—

: কি কিন্তু কিন্তু কৰিছ! —তিলেখৰে ধমক দি উঠিল— প্ৰাণৰ মমতা আছে যদি তাইক লৈ আহ।

প্ৰহৰীটোৱে 'ভাল দেউতা' বুলি লৰ মাৰিলে।

মন্দিৰৰ বিগ্ৰহ থকা কোঠাৰ তলৰ গহ্বৰত প্ৰকাণ্ড সোণৰ প্ৰদীপ এগছি জ্বলি আছিল। গহ্বৰলৈ সোমোৱা দুৱাৰখন ভিতৰ ফালৰপৰা জপাই শলখা মাৰি থোৱা আছিল। প্ৰদীপৰ কাষত ধূপ-ধুনা জ্বলি আছিল। কপালত ৰঙা চন্দনৰ তিলক লোৱা পট্টবস্ত্ৰ পৰিহিত আঁঠুকঢ়া অবস্থাত পুব ফাললৈ মূৰ কৰি যুঁপ-কাষ্ঠত তিলেশ্বৰে ডিঙি পাতি দিছিল।

: ওম্ মা তাৰা !

তান্ত্ৰিক বামদেৱৰ হাতৰ খড়্গখন তিলেশ্বৰৰ ডিঙিত পৰিল। তাৰ মূৰটো ছিটিকি তামৰ প্ৰকাণ্ড থালখনত পৰিল আৰু দেহটো কিছু সময় চট্‌ফটাই থাকি এটা সময়ত স্থিৰ হৈ গ'ল। তান্ত্ৰিকে অতি সাবধানেৰে কটা ডিঙিয়েদি হৰহৰাই ওলাই মজিয়াত বিয়পি পৰা তেজত পানী, সান্ধৱ লবণ, মধু, সুগন্ধি মছলা আৰু ফুল ছটিয়াই দিলে।

গহ্বৰৰ একোণত থকা এদ্ধাৰ সুৰংগইদি চাৰিজন মানুহ সোমাই আহি তান্ত্ৰিকক প্ৰণাম কৰিলে। তাৰপাছত সিহঁতে তিলে-শ্বৰৰ কবন্ধটো মজিয়াৰপৰা ধৰাধৰিকৈ সুৰংগইদি উলিয়াই নিলে।

তামৰ থালত তিলেশ্বৰৰ কটা মূৰটো লৈ তান্ত্ৰিক বিগ্ৰহৰ ওচৰলৈ আহিল। গোসানীৰ সন্মুখত থালখন থৈ তেওঁ গোসানীৰ

কপালত থালৰ ৰক্তেৰে তিলক পিন্ধালে। এইবাৰ তেওঁ মূৰটোৰ ওপৰত চাকি এগছ থৈ মুখখনলৈ চালে। তিলেশ্বৰৰ চকুহাল তেতিয়াও মেলখাই আছিল। তাৰ সমগ্ৰ মুখমণ্ডল তেজেৰে লুতুৰি-পুতুৰি হৈছিল। ধুনীয়া পাহকটা চুলিবোৰো তেজত লিপিট খাই পৰিছিল।

তান্ত্ৰিকে এক সন্তুষ্টিৰ হাঁহি মাৰি মূৰটোৰ সতে থালখন দুয়োহাতেৰে তুলি চকু মুদি গলগলীয়া মাতেৰে দেৱীক উছৰ্গা কৰিলে— ওম্ আই, হ্ৰীং, শ্ৰীং কস্তকি! এই নৰৰক্ত পান কৰি তুমি তুষ্টা হোৱা। আমাৰ ৰজাৰ শ্ৰীবৃদ্ধি হওক, প্ৰজা কুশলে থাকক, শত্ৰু নিপাত যাওক।

লগে লগে মন্দিৰৰ নাটঘৰত কোনোবাই উৰুলি দিলে। তান্ত্ৰিকে নাটঘৰলৈ আহি মহাৰাণী, খুৰীয়েক তথা লিগিৰীৰে পৰিবেষ্টিত হৈ থকা ৰাজকুমাৰী চম্পাক মন্দিৰলৈ যাবলৈ ইংগিত কৰিলে। দুজনী লিগিৰীৰ সতে ৰাজকুমাৰী তান্ত্ৰিকৰ পাছে পাছে মন্দিৰত সোমাল।

মন্ত্ৰমুগ্ধ সৰ্পৰ নিচিনাকৈ ৰাজকুমাৰী চম্পাই তিলেশ্বৰৰ কটা মূৰটোলৈ চাই থাকিল। ধনমালা নামৰ লিগিৰীজনীয়ে তেওঁৰ কপালৰ সেন্দুৰৰ ফোঁটটো মচি দিলে। তান্ত্ৰিকে থালৰপৰা সোঁ-হাতৰ অনামিকাৰে ৰক্ত আনি ৰাজকুমাৰীৰ কপালত তিলক পিন্ধাই দি ক'লে— ৰাজকুমাৰী, ই আপোনাক বৰ কষ্ট দিছিল। ইয়াৰ প্ৰতিহিংসাৰ ফলতেই আপুনি বিবাহিতা হৈও আজিলৈকে কুমাৰী হৈ আছে। আজিৰপৰা আপুনি মুক্ত।

ৰাজকুমাৰীয়ে বিষণ্ণ কণ্ঠেৰে ক'লে— কিন্তু মই যে মুক্তি নিবিচাৰোঁ। মই তেওঁৰ পত্নী আৰু চিৰদিন তেওঁৰেই হৈ থাকিম। তেওঁৰ বাহিৰে মোৰ কোনো স্বকীয়া পৰিচয় নাই, আন কোনো অস্তিত্ব নাই।

ৰাজকুমাৰীয়ে সমুখলৈ হাউলি আলফুলকৈ তিলেশ্বৰৰ কটা মূৰটো তুলি আনিলে। কিছু সময় তাৰ চকুলৈ চাই এটা সময়ত

তেওঁ মূৰটো সজোৰে ৰুকত হেচামাৰি ধৰি উচুপি উঠিল। লগে লগে লিগিৰীজনীয়ে উৰুলি দিলে।......

......ৰাজকুমাৰী থকমকৈ সাৰ পাই বিছনাত উঠি বহিল। ভয়তে তেওঁ ঘামি গ'ল। তেওঁৰ সমগ্ৰ দেহতে কঁপনি উঠিল। পদূলি মুখৰ বকুলজোপাত পৰি ফেঁচা এটাই আকৌ উৰুলি দিলে।

: আই মহামায়া, ভগৱতী, তুমি মোৰ স্বামীৰ মংগল কৰা।

দেৱীপীঠৰ উদ্দেশি হাতযোৰ কৰি ৰাজকুমাৰীয়ে অনুচ্চ কণ্ঠেৰে ক'লে। তেওঁৰ এবাৰ তিলেশ্বৰৰ মুখখন চাবৰ এক তীব্ৰ হেঁপাহ হ'ল। সেয়ে তেওঁ ইটো কোঠালৈ আহিল।

কোঠাৰ এচুকত আগৰ নিচিনাকৈ চাকি এগছ জ্বলি আছিল। পালংকত তিলেশ্বৰ লালকাল দি পৰি আছিল। তাক সাবটি তাৰ দেহত এখন ভৰি তুলি দি খুৰীয়েকৰ ভনীয়েক হৈম শুই আছিল। তাইৰ দেহৰ কাপোৰবোৰ অসংযত হৈ আছিল। সিহঁত-হালক এনে ভংগিত দেখি ৰাজকুমাৰীয়ে ভীষণ আঘাত পালে। তিলেশ্বৰক ছুই চোৱাৰ তীব্ৰ ইচ্ছা হৈছিল যদিও ৰাজকুমাৰী তেওঁৰ কোঠালৈ পলাই গ'ল। তেওঁ শেতেলিত পৰি গাৰুত মুখ গুজি সজোৰে ওলাই আহিব ধৰা কান্দোনটোক হেচা মাৰি ধৰিলে।

কিছুপৰৰ পাছত ৰাজকুমাৰী ইটো কোঠাৰ অলিন্দলৈ ওলাই আহিল। বাহিৰৰ চেঁচা বতাহেও তেওঁৰ দেহ-মনৰ পোৰণি মাৰিব নোৱাৰিলে। দেৱীপীঠলৈ চাই তেওঁ নিজৰ দুৰ্ভাগ্যৰ কথাই ভাবিলে।

কালি খুৰীয়েকে ৰাজকুমাৰীক দেখি চক্ খাই গৈছিল। তেওঁ সুধিছিল— আই অ' চম্পা, তোৰ অসুখ নেকি ?

: উঁহো! —ৰাজকুমাৰীয়ে সতৰ্কতাৰে কৈছিল।

: তেনেহ'লে তোৰ মুখ শুকান কিয় ? বৰণটোও তোৰ জোলান পৰিছে।

কিন্তু ৰাজকুমাৰীয়ে ক'ব পৰা নাছিল তেওঁৰ দুৰ্ভাগ্যৰ বিষয়ে। কয়েই বা কিদৰে! এনে লাজলগা কথা, তাইৰ যৌৱনৰ প্ৰতি

স্বামীৰ অবহেলা তথা নাৰীত্বৰ প্ৰতি চৰম অপমানৰ কথা তেওঁ মৰিলেও কাকো ক'ব নোৱাৰে। ফুলশয্যাৰ নিশাৰপৰাই ৰাজকুমাৰীৰ জীৱনলৈ দুৰ্ভাগ্য নামিছিল।

তিৰোতা মানুহো যে এনে নিৰ্লজ্জ হ'ব পাৰে ফুলশয্যাৰ নিশাৰ আগলৈকে ৰাজকুমাৰীয়ে ভাবিবই পৰা নাছিল। ৰংদৈ লিগিৰীয়ে জো পান কৰি কুলটাৰ নিচিনাকৈ হাঁহিছিল, সাপৰ নিচিনাকৈ হিচ্ হিচাইছিল। তাইৰ কথা-বতৰাবোৰ পিছলৈ অসংলগ্ন হৈ পৰিছিল আৰু দেখৰ যত্তমানে অশ্লীল কথাবোৰ কৈছিল। শেষনিশা তিলেশ্বৰে সকলৈ কিবা কোৱাত ৰংদৈয়ে খিলখিলাই হাঁহি কৈছিল— 'ৰাজকুমাৰী! তাই জানো – !' ৰাজকুমাৰীয়ে কাণত সোপা দিছিল।

পুৱা তিলেশ্বৰৰ ভৰি ৰাজকুমাৰীয়ে পিটিকি দিয়াৰ সময়ত ৰংদৈয়ে এনে ভাবেৰে তাক সাবটি ধৰি চুমা খাইছিল, যেনিবা ৰাজকুমাৰী চম্পা নহয়, তাইহে তিলেশ্বৰৰ ধৰ্মপত্নী আৰু ৰাজকুমাৰী ৰংদৈৰ বেটী।

সেই নিশাই ৰংদৈৰ জীৱনৰ অন্তিম নিশা আছিল। ৰাজকুমাৰীয়ে পাচদিনা সন্ধিয়া চাউদাঙৰ হতুৱাই তিলেশ্বৰে নজনাকৈ তাইৰ শিৰচ্ছেদ কৰাইছিল।

কিন্তু এইবাৰ ৰংদৈৰ ঠাই আন লিগিৰীয়ে লৈছিল। আৰু অতি সোনকালে লিগিৰীটোলৰ সকলোবোৰ গাভৰু লিগিৰী তিলেশ্বৰৰ অংকশায়িনী হৈছিল। ৰাজকুমাৰীয়ে সিটো কোঠাত চকুপানী মচি মচি গোটেই নিশা উজাগৰে কটাইছিল। আনবোৰ লিগিৰীয়ে অবশ্যে ৰংদৈৰ নিচিনাকৈ অহংকাৰ দেখুওৱা নাছিল। সিহঁত বাধ্য হৈহে আহিছিল। সেয়ে ৰাজকুমাৰীয়ে সিহঁতৰ জীৱন দান দিছিল।

লিগিৰীটোলৰপৰা এইবাৰ তিলেশ্বৰে বাহিৰলৈ চকু দিছিল। তাৰ চকুত যিজনীয়েই পৰিছিল, সেইজনীকে সি কাবেঙলৈ আনিছিল। ৰজাই অসহায়ৰ নিচিনাকৈ চাই আছিল। প্ৰজাবৰ্গই ৰজা

আৰু বিশেষকৈ ৰাজকুমাৰীক শাও দিছিল।

ঃ কালি জোৱাঁয়ে মানুহ এটা কাটিলে।

খুৰীয়েকৰ মাতত ৰাজকুমাৰীৰ চমক ভাঙিছিল। তেওঁ উদ্বেগেৰে সুধিছিল— কিয় ?

ঃ জোৱাঁই ওচৰৰ গাঁৱলৈ ফুৰিবলৈ গৈছিল। তাৰ লগত প্ৰহৰীও গৈছিল। গাঁৱৰ এমূৰে থকা এঘৰৰ সুন্দৰী বোৱাৰী-জনীত জোৱাঁইৰ চকু পৰাত সি তাইক ঘৰৰ ভিতৰলৈ টানি নিছিল। তাই চিঞৰ-বাখৰ লগোৱাত ওচৰ চুবুৰীয়া লোক সিহঁতৰ চোতালত গোটখাইছিল। পাছত জোৱাঁইক ভোগী বুলি জানিব পাৰি, বিশেষকৈ সশস্ত্ৰ প্ৰহৰীকিটাক দেখি মানুহবোৰ ভাগিছিল; কিন্তু এটা সাহিয়াল ডেকাই জোৱাঁইক বাধা দিবলৈ আহিছিল। জোৱাঁয়ে তাক লগে লগে তৰোৱালেৰে কাটিলে।

কথাষাৰ শুনাৰ লগে লগে ঘৃণাত, আতংকত ৰাজকুমাৰীৰ দেহা কঁপি উঠিছিল।

ঃ আজি আকৌ সি আমাৰ হৈমক অনাবলৈ মানুহ পঠিয়াইছে!

খুৰীযেকে কওঁ নকওকৈ কৈছিল। লগে লগে লাজতে ৰাজকুমাৰীৰ মূৰটো দোঁখাই গৈছিল।

ঃ তেওঁক বলি যোৱাৰপৰা ৰক্ষা কৰিব নোৱাৰিনে আদৈ ? —ৰাজকুমাৰীয়ে সৰু মাতেৰে সুধিছিল।

ঃ সেই বিষয়ে মহাৰাজ আৰু তহঁতৰ দাদৈয়েও চিন্তা কৰি-ছিল। এতিয়া আমাৰ ৰাজ্য শত্ৰুৰদ্বাৰা আক্ৰান্ত হোৱাৰ সম্ভা-বনা নাই। কাৰণ দিল্লীৰ পাটশ্যাহে নিজৰ সিংহাসন দখলত ৰখাতেই সম্প্ৰতি ব্যস্ত হৈ পৰিছে। বংগৰ নবাবে স্বাধীনতা ঘোষণা কৰিছে। সাত সাগৰ তেৰ নদীৰ সিফালৰপৰা বেপাৰীৰ ছদ্মবেশত অহা ম্লেচ্ছ চুৰ্বীয়াকৈ পাটশ্যাহৰ সতে ৰণ দিছে। সেয়ে মহাৰাজে তান্ত্ৰিকক জোৱাঁয়েকক ৰক্ষা কৰিব লাগে বুলি অনুৰোধ কৰিছিল। তান্ত্ৰিকে পিছে খঙতে দপ্‌দপাই উঠিছিল। তেওঁ আৰু কৈছিল, জোৱাঁইক নিদিলে হেনো মহামায়াৰ শাও

লাগিব আৰু দেশ উচন্ন উঠিব। সেয়ে মহাৰাজ নিৰুপায় হৈছে'।

কিছুপৰৰ মৌনতাৰ পাছত খুৰীয়েকে আকৌ কৈছিল—আই অ' চম্পা, তই গিৰিয়েৰক বুজা. এইবোৰ পাপ, অতি গৰ্হিত কাম। ভোগী হ'ল বুলিয়েই তই ৰূপৱতী ভাৰ্যা থকা অবস্থাতো সি কিয় পৰৰ তিৰোতাত চকু দিব লাগে!

খুৰীয়েকৰ কথাত উষ্মা প্ৰকাশ পাইছিল। ৰাজকুমাৰীৰ প্ৰতি যেন খুৰীয়েকৰ কোনো সহানুভূতিয়েই নাছিল।

: মই কিদৰে বাৰু তেওঁক বুজাওঁ আৰু? —ভালেমান পৰ তলমূৰকৈ থাকি এটা সময়ত ৰাজকুমাৰী চম্পাই কৈছিল। তেওঁৰ কণ্ঠস্বৰত বেদনাৰ লগতে বিৰক্তিও প্ৰকাশ পাইছিল।

: কিদৰে বুজাওঁ মানে? —খুৰীয়েকে কিছু ৰূঢ়স্বৰত কৈছিল। —তই তাৰ তিৰোতা.। বুজালে তয়েই বুজাব লাগিব তাক। মহাৰাজে আৰু কিমান ৰাইজৰ শাওপাত খাব! — ক্ষন্তেক বৈ তেওঁ আগতকৈও ৰূঢ় স্বৰত কৈছিল— তাৰ গাত আচলতে দোষ নাই। আজিৰ এই অবস্থাৰ বাবে একমাত্ৰ তয়েই দায়ী! কথাবোৰ মই নাজানো বুলি তই ভাবিছ নেকি? ৰংদৈয়ে এদিন মোক সকলো কথা কৈছিল।

: কি কৈছিল তাই?

ৰাজকুমাৰীয়ে কঁপা কঁপা মাতেৰে সুধিছিল। খুৰীয়েকে কিছুপৰ তেওঁৰ মুখলৈ চাই আগতকৈ কিছু কোমল মাতেৰে কৈছিল, —আই অ' চম্পা, ময়ো নাৰী। সেয়ে মোৰ চকুত সকলোবোৰ ধৰা পৰিছে! ৰংদৈয়ে তিলেশ্বৰক ভালপাইছিল। তাত একো দোষ নাছিল। কাৰেঙৰ লিগিৰী এজনীৰ সতে গৰধীয়াৰপৰা তোৰ প্ৰধান দেহৰক্ষী হোৱা মানুহটোৰ প্ৰীতিভাব হোৱাটো নিতান্তই স্বাভাবিক। কিন্তু তিলেশ্বৰত তোৰো মন খালে। আৰু বিপদ হ'ল সেইখিনিতেই। ৰাজকুমাৰী হৈ সাধাৰণ দেহৰক্ষী এটাক বিবাহ কৰাব নোৱাৰ বুলি তই বেছকৈ বুজিছিলি। কিন্তু তিলেশ্বৰক তই ৰংদৈৰ হাততো এৰি দিবলৈ টান পালি। কাৰণ তেনে

কৰিলেই, তোৰ মৰ্যাদা ক্ষুণ্ণ হ'ব বুলি ভাবিলি তই, সাধাৰণ লিগিৰী ৰংদৈৰ হাতত তোৰ নাৰীত্বৰ চৰম পৰাজয় হ'ব বুলি ভাবিলি ৰংদৈৰ প্ৰতি তোৰ অন্তৰত উমি উমি জ্বলিব ধৰা ঈৰ্ষাৰ জুইকুৰা এদিন ভমক্কৈ জ্বলি উঠিল। সেই জুয়ে তিলেশ্বৰক তোৰ নিজৰ কৰি দিলে আৰু বেচেৰী ৰংদৈক বিনাদোষতে পুৰি ভষ্ম কৰি পেলালে। তিলেশ্বৰক তই নিজৰ কৰি পোৱাৰ ভাল ফন্দি সাজি-ছিলি কিন্তু। ভাবিছিলি, ৰজাৰ জোঁৱাই হোৱাৰ পাছত তাক তই বলিশালৰপৰা সৰুৱাব পাৰিবি। কিন্তু তোৰ সেই আশা পূৰ্ণ কেতিয়াও নহ'ব। অন্ততঃ মই তেনে হ'ব নিদিওঁ কেতিয়াও। তোৰ ঈৰ্ষাৰ জুয়ে অকল ৰংদৈ কিয়, তোকো পুৰিব। তাইৰ আত্মাই তেতিয়াহে শান্তি পাব, যদিহে তাইক ইতিমধ্যে তই মৰাইছ। আৰু যদি তাই এতিয়াও ক'ৰবাত জীয়াই আছে, তেনেহ'লে এদিন তাই নিশ্চয় তোৰ দুৰৱস্থা চাবলৈ আহিব। আন জীয়ৰী-বোৱাৰীৰ সতে মোৰ আজলী ভনীজনীবো তিলেশ্বৰে সৰ্বনাশ কৰা বাবে অকল তয়েই দায়ী।

খুৰীয়েকৰ মাত কোমলৰপৰা কঠিন হৈছিল আৰু পিছলৈ সেই কঠিন মাত থোকাথুকি হৈ পৰিছিল। তেওঁৰ দুগালেদি চকু-পানী বৈ আহিছিল। তেওঁৰ কথা শুনি ৰাজকুমাৰী চম্পা জ্বলি উঠিছিল। ৰাজকুমাৰীয়ে হঠাতে এক পৈশাচিক হাঁহি মাৰিছিল। তেওঁৰ হাঁহিৰ শব্দত খুৰীয়েক চমকি উঠিছিল। হাঁহি থমাত ৰাজ-কুমাৰী চম্পাই জীবনত প্ৰথমবাৰলৈ খুৰীয়েকক মটহা মাতেৰে কৈছিল— আদৈ, পাহৰি নাযাবা যে মই ৰাজকুমাৰী চম্পা! তোমাৰ ভনীয়েৰাৰ সৰ্বনাশ কৰাৰ কথা কৈছা! কিন্তু তাইৰো মোৰ স্বামীৰ প্ৰতি আগৰেপৰা দুৰ্বলতা থকাৰ কথা তুমি নাজানিলেও অন্ততঃ মই ভালদৰে জানো। মোৰ বান্দী হৈ স্বামীৰ পদসেৱা কৰাৰ সুযোগ দিলে তাই নিশ্চয় স্বৰ্গসুখো হাঁহিমুখে ত্যাগ কৰিব। সেয়ে মোক মিছা অপবাদ নিদিবা। মোৰ স্বামীকো দোষা-ৰোপ নকৰিবা। তাইক অনাবলৈ মোৰ স্বামীক নিশ্চয় তায়েই

পা-দেখুৱাই প্ৰৰোচিত কৰিছে। কিন্তু তাইক তুমি সাৱধান কৰি দিবা, তায়ো যদি মোৰ স্বামীৰ কাষত থকা অৱস্থাত ভেম দেখুৱায়, তেনেহ'লে তাইৰ দশাও ৰংদৈৰ নিচিনাই হ'ব। তদুপৰি এটা কথা তুমি জানি থোৱাটো ভাল হ'ব — মোৰ কন্যাকালৰ সময়ত পতিহা যোগ আছিল। মই পতিহিতা। এতিয়া তুমি যাব পাৰা।

ৰাজকুমাৰীৰ এনে ভয়ংকৰ মূৰ্তি দেখি খুৰীয়েক তলমূৰকৈ ওলাই গৈছিল।

হৈম! হুহ্, তাইৰ ৰূপৰ জুইৰে তিলেশ্বৰক জ্বলাবলৈ আহিব! স্বামীক গ্ৰাস কৰাৰ পাছত তাই বিজয়ৰ হাঁহি মাৰি ৰাজকুমাৰীক তাচ্ছিল্য কৰিব! খুৰীয়েকৰ অপস্থয়মানা শৰীৰটোলৈ চাই ৰাজকুমাৰী চম্পাই সেই কথাকেই ভাবিছিল। সেই চিন্তাই তেওঁৰ মগজুৰ ভিতৰত প্ৰচণ্ড একুৰা জুই জ্বলাই দিছিল। খঙৰ ভমকত তেওঁৰ মুখেদি ওলাইছিল— হৈমৱতী, ৰাজকুমাৰী চম্পাৰ ক্ৰোধৰ বহ্নিয়ে গ্ৰাস কৰাৰ বাবে তয়ো সাজু হ!

তাৰপাছতে তেওঁ কোঠাটোৰ এচুকত থকা ভোগজৰাটো মুখৰ ওপৰত উবুৰিয়াই ধৰিছিল। তেওঁৰ থুঁতৰিয়েদি জো বৈ কাপোৰত পৰিছিল। কোঠাটো গোন্ধেৰে মলমলাই গৈছিল। দুৱাৰৰ সিফালৰপৰা লিগিৰী এজনীয়ে ভয়ে ভয়ে তেওঁলৈ চাই আছিল।

শূন্য ভোগজৰাটো এচুকলৈ দলিয়াই দি ৰাজকুমাৰী ঢলং-পলংকৈ গৈ পালংকত বহিছিল। পালংকত পৰি থকা তিলেশ্বৰৰ এণ্ডা চোলাটোলৈ কিছুপৰ তেওঁ ঢুলঢুলীয়া চকুৰে চাই আছিল।

: কিয়, কিয় তুমি মোক এনেদৰে কষ্ট দিছা? কিয় তুমি মোক ৰংদৈ আৰু হৈমৰ ওচৰত সৰু কৰি দিলা? কিয়? কিয়?

চোলাটোত আলফুলকৈ আঙুলি বুলাই বুলাই তেওঁ কৈছিল। এটা সময়ত চোলাটো বুকুত হেঁচামাৰি ধৰি ৰাজকুমাৰী চম্পাই লুণ্ঠিতা তথা নিঃস্ব নাৰীৰ নিচিনাকৈ হুকহুকাই কান্দি দিছিল।

অষ্টমী পূজা উপলক্ষে ৰাতিপুৱাৰেপৰা দেৱীপীঠৰ মহামায়াৰ মন্দিৰলৈ প্ৰজাৰ জানি নিছিগা সোঁত ব'ব ধৰিলে।

ৰাজকুমাৰী চম্পা এটা সময়ত নিজেও দোলাত উঠি মন্দিৰ পালেগৈ। তেওঁক দেখি প্ৰজাসকলে হৰ্ষধ্বনি কৰিলে। তান্ত্ৰিক বামদেৱ নিজেই আগবাঢ়ি আহি ৰাজকুমাৰীক দোলাৰপৰা নমালে।

ভাটিৰ কামৰূপৰপৰা অনা ঢুলীয়াৰ প্ৰকাণ্ড ঢোলবোৰ বাজি উঠিল। কালিয়াবিলাকৰ কালিবোৰো ভেঁ ভেঁকৈ বাজিব ধৰিলে। আৰু মন্দিৰৰ ভিতৰত ভাটিৰপৰা অহা ব্ৰাহ্মণ পুৰুহিতে ঘণ্টা বজাই মহাদেৱীৰ অৰ্চনা আৰম্ভ কৰিলে—

ওঁ সৰ্বমংগল্যে শিৱে সৰ্বাৰ্থসাধিকে।
শৰণ্যেত্ৰ্যম্বকে গৌৰি নাৰায়ণি নমস্তুতে॥
শৰণাগত দীনাৰ্ত্ত পৰিত্ৰাণ পৰায়ণে।
সৰ্বস্যাৰ্ত্তি হৰে দেৱী নাৰায়ণি নমস্তুতে॥

নাটঘৰৰ কাষতে থকা বলিশালত দাৱালে বলি কাটিব ধৰিলে। অজস্ৰ বলি পৰিল। বলিৰ তেজেৰে বলিশালৰ শিলৰ মজিয়াত কৰাল বান্ধিলে। এনেতে তান্ত্ৰিকে মহিষ বলি পৰিব বুলি ঘোষণা কৰিলে।'

মানুহবোৰ পিছুৱাই গ'ল। কিছু আঁতৰৰ আম গছৰ ছাঁত বান্ধি থোৱা ম'হহালৰ এটাক দুজন মানুহে টানি টানি আনিব ধৰিলে। এনেদৰে আনি সিহঁতে ম'হটোক যূঁপকাষ্ঠৰ কাষ পোৱালে। ম'হটো পিছুৱাই গ'ল। মানুহ দুটাই আকৌ টানি টানি তাৰ ডিঙিটো যূঁপকাষ্ঠত থৈ শলখাডাল কোনোমতে লগালে।

তান্ত্রিকে পোনতে ম'হটোক তাৰ গায়ত্রী মন্ত্র শুনাই তাৰ দেহত পবিত্র জল ছটিয়ালে। তাৰপাছত মহিষৰ 'পাচ' অর্থাৎ ডোলডালক পূজা কৰিলে। দর্শকবৃন্দই উৎকণ্ঠাৰে চাই থাকিল। তান্ত্রিকে এইবাৰ বলিকটা দাখনক পূজা কৰিলে।

দাৱালৰ হাতৰ বলিকটা দাখন ওপৰলৈ উঠিল আৰু পূর্ণ-গতিৰে তললৈ নামিল। লগে লগে বাদ্য বাজি উঠিল। মহিষৰ মূৰটো এফালে আৰু গাঁৰিছোৱা আনফালে পৰি চট্‌ফটাবলৈ ধৰিলে। যূঁপকাষ্ঠৰ তলত থকা কলগছৰ টুকুৰা দুটা মাজেৰে দুফাল হৈ মহিষৰ ৰক্তেৰে লুতুৰি-পুতুৰি হ'ল।

সন্ধিয়া জোনটোৱে ধীৰে ধীৰে পূব আকাশত দেখা দিলে। পট্টবস্ত্র আৰু অলংকাৰেৰে সুশোভিত তথা সর্বদেহত চন্দন চর্চিত তিলেশ্বৰ উঠা দোলাখন মাজত লৈ অগণন প্রজা দেৱীপীঠৰ ফাললৈ আগবাঢ়িল। মানুহবোৰৰ কাৰো হাতত জোৰ, কাৰো-হাতত বা আঁৰিয়া। দোলাৰ চৌপাশে আঠৈকুৰিজন সশস্ত্র প্রহৰী। অতি ধীৰ গতিৰে সেই মৌন সমদল আগবাঢ়িল। মানুহৰ নহয় যেনিবা, লৰচৰ কৰা মৰাশৰহে সমদল সেয়া। প্রতি-জন ব্যক্তিৰ গম্ভীৰ মুখমণ্ডলত মৃত্যুৰ শীতল ছাঁ!

ৰাজকুমাৰীয়ে জালিকটা কুদ্রাক্ষইদি দোলাত কঢ়িয়াই নিয়া তিলেশ্বৰলৈ চালে। তাৰ শান্ত মৰমলগা মুখখনলৈ চাই তেওঁৰ বুকুখন বিষোৱা যেন পালে। তেওঁৰ চকুপানী পাৰভাঙি বৈ আছিল। সি জানো বুজা নাই, মানুহবোৰে তাক ক'লৈ নিব ধৰিছে আৰু কিহৰ বাবে নিব ধৰিছে? সেই কথা ভবাৰ লগে

লগে ৰাজকুমাৰীৰ এনে লাগিল অবোধ শিশুৰ নিচিনা তিলেশ্বৰক তেওঁ যেন লৰমাৰি গৈ ফালিৰ আঁচলেৰে লুকুৱাইহে থ'ব!

ভোগী নোহোৱা হ'লে তিলেশ্বৰ আৰু ৰাজকুমাৰীৰ সংসাৰ-খন সোণৰ হ'লহেঁতেন! দেৱ-শিশুৰ নিচিনা সন্তানে তেওঁলোকৰ ঘৰ পোহৰালেহেঁতেন; সিহঁতৰ মধুৰ কলকলনিয়ে ৰাজকুমাৰীৰ মন মুকুৰত গুঞ্জৰণ তুলিলেহেঁতেন! তাত নাথাকিলহেঁতেন ৰংদৈ কিম্বা হৈম; থাকিলহেঁতেন মাথোঁ তিলেশ্বৰ, ৰাজকুমাৰী চম্পা আৰু তেওঁলোকৰ সন্তানবোৰ। কিন্তু চটাই পাখৰী সেই ৰংদৈ আৰু নাটেশৰী হৈমবতীয়ে সকলোবোৰ ওলট-পালট কৰি পেলালে। তেনে নোহোৱা হ'লে ভোগী হোৱা সত্বেও তিলেশ্বৰক ৰাজকুমাৰীয়ে ৰক্ষা কৰিব পাৰিলেহেঁতেন।

হঠাতে এক নতুন কিন্তু তীব্ৰ তথা মধুৰ অনুভূতিয়ে ৰাজ-কুমাৰী চম্পাক জোকাৰি দিলে। তেওঁৰ এনে ভাব হ'ল, তিলেশ্বৰ কেবল ৰাজকুমাৰীৰ স্বামীয়েই নহয়, সি তেওঁৰ সন্তানো। ৰাজ-কুমাৰীয়ে এই দুৰন্ত শিশুৰ সকলো অত্যাচাৰ, চব দুষ্টালি হাঁহিমুখে সহ্য কৰিব পাৰে; পক্ষীমাতাৰ নিচিনাকৈ তেওঁ তাক ডেউকাৰে ঢাকি ৰাখি সকলো বিপদ-বিঘিনিৰপৰা আঁৰ কৰিব পাৰে। তিলে-শ্বৰৰ প্ৰতি অপত্য স্নেহ তথা পৰম মমত্বৰে ৰাজকুমাৰী চম্পাৰ হৃদয় ভৰি পৰিল।

ৰাজকুমাৰীৰ চমক ভাঙিল। সমদলৰ মাজৰপৰা ভাহি অহা নাৰী কণ্ঠৰ কান্দোনৰ শব্দ শুনি তেওঁ সেই ফাললৈ চাই পঠি-য়ালে। লগে লগে তেওঁৰ চকুহাল দপ্‌কৈ জ্বলি উঠিল। তেওঁৰ কোমল মুখমণ্ডলৰ মাংসপেশীবোৰ লগে লগে কঠিন হৈ পৰিল। হৈম! তিলেশ্বৰৰ দোলাৰ কাষে কাষে হৈমবতীয়ে কান্দি কান্দি যাব ধৰিছে, যেনিবা ৰাজকুমাৰী চম্পা নহয়, তাইহে তিলেশ্বৰৰ পত্নী!

: হৈমবতী, মোৰ স্বামীৰ কাষে কাষে কান্দি কান্দি গৈ প্ৰকাশ্যে মোক অপমান কৰাৰ প্ৰতিফল তই অবশ্যেই পাবি।

ৰাজকুমাৰী চম্ফাই ক্ৰোধ তথা পৰম আক্ৰোশত কণীনীৰ নিচিনাকৈ হিচ্‌হিচাই উঠিল।

এটা সময়ত মূৰে-গায়ে কাপোৰ লৈ ৰাজকুমাৰীয়ে ছদ্মবেশত থকা বিশ্বাসী প্ৰহৰীৰে পৰিবেষ্টিত হৈ ৰাজপথলৈ ওলাই আহিল। তেওঁলোকে নিমাতে দেৱীপীঠৰ ফাললৈ যাব ধৰিলে। ৰাজপথৰ দুয়োকাষে থকা ঘৰবোৰৰ পদূলি মুখত তেতিয়াও মানুহৰ জুম আছিল। তেওঁলোকৰ সৰহভাগেই, বিশেষকৈ তিৰোতাবোৰে প্ৰকাশ্যে দুখ প্ৰকাশ কৰিছিল।

: আয়ৈ দেহি, ইমান ৰূপহ ডেকাটোক বলি দিবলৈ নিছে, বেয়া লাগেদে! আমাৰ ৰাজকুমাৰীয়ে চাগৈ শেতেলিত পৰি কান্দি আছে।·

ৰাজকুমাৰীয়ে কথা অহাৰ ফালে কেৰাহিকৈ চাই পঠিয়ালে। এজনী গাভৰু বোৱাৰী! কোলাত তাইৰ কেঁচুৱা। কেঁচুৱাটোৱে তাইৰ পিয়াহ খাই আছে আৰু তাই এহাতেৰে চকুপানী মচিছে।

কিছুদূৰ যোৱাৰ পাছত আলিৰ ওপৰত মানুহৰ জুম দেখি ৰাজকুমাৰী আগবাঢ়ি গৈ চালে। তেওঁ লগে লগে চমকি উঠিল। হৈম চিৎ হৈ মাটিত পৰি আছে। তাইৰ বক্ষত এডাল কাঁড় সোমাই আছে। তেজেৰে তাইৰ কাপোৰ তিতি গৈছে। আলিতো তেজ পৰিছে। তাইৰ চকুহাল মুদখাই গৈছে। তাইৰ বোধকৰোঁ ইতিমধ্যে মৃত্যু হৈছে। মানুহবোৰৰ মাজত উত্তেজনা। এজনে আক্ষেপেৰে ক'লে— 'কোনে মাৰিলে গাভৰুজনীক? কিয় মাৰিলে?' আন এজনে ক'লে— ভোগীৰ দোলাৰ কাষে কাষে কান্দি যোৱা গাভৰুজনী এইজনীয়েই নাছিল জানো?

'এৰা এৰা, হয় সেইজনীয়েই।'

তেওঁক সমৰ্থন কৰি কেবাজনেও কৈ উঠিল। ইতিমধ্যে কোনোবা এজনে মাটিৰ চাকি এটা আনি হৈমৰ মুখৰ ওচৰত থৈছিল। উজ্জ্বল হৈ অহা জোনৰ পোহৰ এচমকা তাইৰ মুখত

পৰি বেছ ৰহস্যময়তাৰ সৃষ্টি কৰিছিল। তাইৰ মুখত যন্ত্ৰণাৰ স্পষ্ট চিহ্ন আছিল।

ৰাজকুমাৰী দেৱীপীঠ পালেগৈ। মন্দিৰৰ কাষৰ প্ৰকাণ্ড শিৰিষজোপাৰ ছায়াত বৈ তেওঁ চোতালৰ বেদীত উপবেশন কৰা তিলেশ্বৰলৈ চালে। তেওঁৰ অন্তৰ শাঁত পৰি গ'ল। লগে লগে তেওঁ এক দুৰ্বোধ্য শব্দহীন হাঁহি মাৰিলে। পাতৰ মাজেদি সৰকি অহা জোনাকত ৰাজকুমাৰী চম্পাৰ সুন্দৰ মুখমণ্ডল অতি শীতল তথা হিংস্ৰ যেন দেখা গ'ল। প্ৰহৰী এটাৰ চকুত সেই হাঁহি পৰাত আৰু বিশেষকৈ গছৰ তলৰ আলো-ছায়াত ৰাজকুমাৰীৰ ৰহস্যময় মুখশ্ৰী দেখি সি ভয়তে শিঞৰি উঠিল।

কিছুসময়ৰ পাছত ৰাজকুমাৰী চম্পা এক তৃপ্ত মন লৈ প্ৰহৰী-কিটাৰ সতে সকলোৰে অলক্ষিতে তললৈ নামি গ'ল। নমাৰ আগমুহূৰ্তত শেষবাৰলৈ তিলেশ্বৰলৈ চাই তেওঁ এক ক্ৰুৰ হাঁহি মাৰিলে। এইবাৰ তেওঁৰ হাঁহি আনকিটা প্ৰহৰীৰ চকুতো পৰিল। সিহঁতে ভয়ে ভয়ে ৰাজকুমাৰীৰ পাছে পাছে নামি গ'ল।

পবিত্ৰ জলেৰে তিলেশ্বৰক স্নান কৰাই তান্ত্ৰিকে তাক নতুন বস্ত্ৰ পিন্ধালে। তাৰপাছত তেওঁ দৰ্শকসকলক যাবলৈ নিৰ্দেশ দিলে। দৰ্শকসকলে তান্ত্ৰিকলৈ মূৰ দোঁৱাই তললৈ নামিব ধৰিলে।

মাজ নিশা তান্ত্ৰিকে তিলেশ্বৰক দেৱীৰ বিগ্ৰহৰ সমুখত দণ্ডৱত কৰাই তলৰ গহ্বৰলৈ গ'ল। তেওঁ তিলেশ্বৰক যূপকাষ্ঠত পূবমুৱাকৈ ডিঙি পতাই তাক পূজা কৰিলে— হে মানব, মোৰ সৌভাগ্যৰ নিমিত্তে তোমাক বলিৰ ৰূপত পাইছোঁ। তুমি চণ্ডিকাক সন্তুষ্ট কৰি সকলো অপায়-অমংগল নাশ কৰিবা। হে বৈষ্ণৱীৰ সন্তুষ্টি সাধোঁতা, তুমি মোৰ প্ৰণাম গ্ৰহণ কৰিবা। মই আজি তোমাক বলি দিম যদিও হত্যা নকৰোঁ। কাৰণ বলি দিয়া কাৰ্য হত্যাৰ সমতুল্য নহয়। তদুপৰি মই তোমাক বলিৰদ্বাৰাই মুক্তিহে দিম।

তাৰপাছত তেওঁ খড়্গাখনক পূজা কৰিলে— হে খড়্গ, তুমি চণ্ডিকাৰ জিহ্বা। তুমি দেৱকুলৰ ৰক্ষক। তুমি শূলপাণিকো বাধা দিব পাৰা। তুমি সৃষ্টিৰ প্ৰথম নিশাৰ নিচিনা ভয়ংকৰ। তোমাৰ অক্ষিযুগল ৰক্তবৰ্ণ, ৰক্তবৰ্ণ মালা তোমাৰ কণ্ঠত। তুমি ৰক্তপান কৰা, সেয়ে তুমি অসি। তুমি দুৰাচাৰ, তুমি শ্ৰীগৰ্ভ; তুমি বিজয়।

তিলেশ্বৰে এবাৰ তান্ত্ৰিকলৈ চালে মূৰটো একটীয়া কৰি। তান্ত্ৰিকৰ হাতৰ ৰণচণ্ডী ওপৰলৈ উঠিল। প্ৰদীপৰ পোহৰ পৰি খড়্গাখন চিকমিকাই উঠিল। তিলেশ্বৰে ভয়তে চকুহাল মুদি দিলে। কিন্তু পিছমুহূৰ্ততে এক আৰ্তনাদৰ পাছত গধুৰ বস্তুৰ পতনৰ শব্দ শুনি সি অবাক হৈ চকু মেলি মূৰটো বেঁকাকৈ চাই পঠিয়ালে। ভীষণ দৰ্শন তান্ত্ৰিক বামদেৱ মাটিত বাগৰি পৰি চট্‌ফটাব ধৰিছে; তেওঁৰ পিঠিয়েদি বিষাক্ত কাঁড় এপাট গভীৰভাবে সোমাই গৈছে; মুখেদি এক অস্পষ্ট গোঁ গোঁ শব্দ ওলাইছে।

মানুহ চাৰিটাই তিলেশ্বৰক হাতত ধৰি অন্ধকাৰ সুৰংগইদি উলিয়াই আনি পাহাৰৰ পাদদেশত থকা অৰণ্যৰ মাজত উপস্থিত হ'ল। ইমান সময়ে মন্ত্ৰমুগ্ধ সাপৰ নিচিনাকৈ আহি থকা তিলেশ্বৰৰ তন্ময়তা দূৰৈৰ বাঘৰ গোজৰণিয়ে ভাঙি দিলে। সি এবাৰ মানুহকিটাৰ মুখলৈ চালে। কিন্তু নিচিনিলে। সিহঁতৰ এটাৰ হাতত ধনুকাঁড়, এটাৰ হাতত যাঠী, এটাৰ হাতত খোলা তৰোৱাল আৰু চতুৰ্থটোৰ হাতত জোৰ এডাল আছিল।

: তোমালোকে মোক কিয় বচালা ?

কিন্তু কোনেও তাৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ প্ৰয়োজনবোধ নকৰিলে। হাতত ধনুকাঁড় লোৱাটোৱে তাক অনুসৰণ কৰাৰ ইংগিত দি লুংলুঙীয়া গো-বাটেৰে আগুৱাই গ'ল। জোৰ লোৱাটো তাতকৈ আগবাঢ়িল। তিলেশ্বৰে সিহঁতক অনুসৰণ কৰিলে। তাৰ পাছে পাছে গ'ল যাঠী লোৱাটো আৰু তৰোৱাল লোৱাটো।

প্ৰকাণ্ড গছৰ ডালত থকা বান্দৰবোৰে কিচিৰ-মিচিৰ কৰি সঁহাৰি জনালে। অলপ আঁতৰত আকৌ বাঘৰ গোজৰণি শুনা গ'ল। গছৰ পাতৰ ফাঁকে ফাঁকে বাগৰি অহা জোনাকলৈ চাই তিলেশ্বৰে ভাবিলে, এই পৰিক্ৰমাৰ অন্ত নপৰিবই নেকি !

তুখনমান তামোল খোৱাৰ সময়ৰ পাছত তিলেশ্বৰহঁতে অৰণ্যৰ

কাষৰ নৈখনৰ গঁৰা এটাৰ কাষত উপস্থিত হ'ল। চেঁচা বতাহ উদং দেহত লগাত তাৰ জাৰ লগা যেন লাগিল।

মানুহকিটা থমকি ৰোৱা দেখি সিও ৰ'ল। জোৰ লোৱাটো আৰু ধনুকাঁড় লোৱাটোৱে সৰু মাতেৰে কিবা আলোচনা কৰাৰ অন্তত জোৰ লোৱাটোৱে জোৰডাল নৈৰ পানীলৈ দলিয়াই দিলে। এক মৃদু শব্দ কৰি সেইডাল নুমাই গ'ল।

তিলেশ্বৰে নৈৰ সিপাৰলৈ চাই পঠিয়ালে। জোনাক যদিও কুঁৱলীৰ বাবে সি একোকেই নেদেখিলে ভালদৰে। এনেতে তাৰ নাকত শেৱালী ফুলৰ সুবাস লাগিল। সি মুখ ঘূৰাই গছবোৰলৈ চাই পঠিয়ালে। এফালৰপৰা চাই যোৱাৰ পাছত হঠাতে আধা মনমান আঁতৰত কোনোবা এজনে প্ৰকাণ্ড গছ এজোপাৰ তলৰ-পৰা ওলাই সিহঁতৰ ফাললৈকে শুকুলা ঘোঁৰা চেকুৰাই অহা দেখিলে। তেওঁৰ পাছে পাছে আৰু চাৰিজন অশ্বাৰোহীও আহিল।

: সেয়া বোধকৰোঁ শত্ৰু আহিছে, সাৱধান।

তিলেশ্বৰে সৰু মাতেৰে ধনুকাঁড় লোৱাটোক ক'লে। মানুহ-টোৱে কিন্তু অকণো সাৱধান নহৈ তিলেশ্বৰৰ ফাললৈ চাই এক অদ্ভুত হাঁহি মাৰিলে।

অশ্বাৰোহীসকল তিলেশ্বৰক মাজত লৈ ৰ'ল। তিলেশ্বৰে তেওঁলোকৰ মুখলৈ চালে। কিন্তু প্ৰতিজন অশ্বাৰোহীয়ে মূৰত পাগমাৰি পাগৰ ওলাই থকা কাপোৰেৰে মুখ ঢাকি ৰখা বাবে তেওঁলোকক নিচিনিলে।

শুকুলা ঘোঁৰাৰ আৰোহীয়ে ধনৰ টোপোলা এটা ধনুকাঁড় লোৱা মানুহটোৰ ভৰিৰ ওচৰত দলিয়াই দিলে। সি সেইটো বুটলি তেওঁক আঁঠু লৈ অভিবাদন জনালে। আনকিটা মানুহৰ ওচৰতো কিছু সৰু টোপোলা তিনিটা ঠওৰ ঠওৰকৈ পৰিল। সিহঁ-তেও আঁঠু ল'লে।

: আমাৰ মুখেদি এই কথা কেতিয়াও বাজ নহ'ব; এই কথা নিশ্চিত কৰি ক'লোঁ।

ধুমুকাঁড় লোৱাটোৱে ভক্তিত গদ্‌গদ্‌ হৈ ক'লে। লগৰ তিনিটাই হয়ভৰ দিলে।

শুকুলা ঘোঁৰাৰ গৰাকীয়ে এইবাৰ লগৰ অশ্বাৰোহী এজনলৈ চাই কিবা ইংগিত দিলে। অশ্বাৰোহী নামি কান্ধত ওলোমাই অনা মোনাখনৰপৰা এড়িয়াৰ বৰকাপোৰ এখন তিলেশ্বৰৰ গাত পেলাই দিলে। সি কৃতজ্ঞ দৃষ্টিৰে শুকুলা ঘোঁৰাৰ আৰোহীলৈ চালে। কিন্তু তাৰ হঠাতে কি হ'ল জানো, সি তেওঁৰ সমুখত আঁঠু ল'লে। আৰু লগে লগে শুকুলা ঘোঁৰাৰ আৰোহীয়ে ঘোঁৰাটো তিলেশ্বৰৰ সমুখৰপৰা আঁতৰাই নিলে। তাৰপাছত তেওঁ ঘোঁৰাৰপৰা নামি পৰিল। জোৰ লোৱা মানুহটোৱে শুকুলা ঘোঁৰাৰ বল্‌গাত ধৰি থাকিল।

তিলেশ্বৰে আচৰিত হৈ তাৰ ফাললৈ ধীৰ খোজেৰে আগুৱাই অহা অশ্বাৰোহীলৈ চালে। সি থিয় হ'ল। তেওঁ আহি পোনচাটেই তাৰ ভৰি দুখনত ধৰিলে। সি পিছ হুহকি গ'ল তেওঁ তেনে কৰা দেখি। তিলেশ্বৰক উদ্ধাৰ কৰা মানুহকিটা আৰু অশ্বাৰোহীসকলে তিলেশ্বৰহঁতলৈ পিঠি দিলে।

: তুমি কিয় বাৰু মোৰ আগত আঁঠু লৈ মোৰ পাপৰ বোজা বঢ়ালা?

তিলেশ্বৰৰ নিজৰ কাণ দুখনৰ ওপৰতেই সন্দেহ উপজিল। সি আচৰিত হৈ তললৈ চালে। লগে লগে সি হতবাক্ হৈ গ'ল— ৰাজকুমাৰী চম্পাই তাৰ ভৰি ছুই কান্দিছে। তেওঁৰ মুৰৰপৰা পাগটো হঠাতে খহি যোৱাত তেওঁৰ দীৰ্ঘ কেশগুচ্ছ ভৰিত সিচৰিত হৈ পৰিছে।

: কুঁৱৰী! —সি তেওঁক দুবাহুত ধৰি তুলি ক'লে— তোমাক কৃতজ্ঞতা জনোৱাৰ ভাষা মোৰ নাই। অথচ মই তোমাৰ প্ৰতি ইমান দুৰ্ব্যবহাৰ কৰিলোঁ, তোমাক ইমান দুখ দিলোঁ।

: ওঁহো, তেনেকৈ নক'বা তুমি। —ৰাজকুমাৰীয়ে তাক বাধা দি ক'লে— তুমি মোৰ স্বামী! তোমাৰ অকণো দোষ নাছিল।

মইহে তোমাক মৃত্যুৰ গৰাহলৈ ঠেলি দিছিলোঁ। তুমি মোক ক্ষমা কৰা।

কিছুপৰৰ পাছত ৰাজকুমাৰীয়ে তাক তেওঁ উঠি অহা মগলু দেশীয় গুকুল। ঘোঁৰাটোৰ পিঠিত জোৰকৈ তুলি দিলে। তাৰ কঁকালত তৰোৱাল এখন ওলোমাই দি তেওঁ ক'লে— তুমি সোনকালে যোৱাগৈ। মোৰ সতে অহা অশ্বাৰোহীকিটাই তোমাক আমাৰ ৰাজ্যৰ সীমা পাৰ কৰি দি ভাটিৰ দেশৰ সীমাত থৈ আহিবগৈ। এই টোপোলাটো লোৱা। —তিলেশ্বৰক বৰ কাপোৰখন দিয়া অশ্বাৰোহীৰপৰা টোপোলা এটা লৈ ৰাজকুমাৰীয়ে তালৈ আগবঢ়াই দিলে— ইয়াত স্বৰ্ণমুদ্ৰা আছে।

তিলেশ্বৰে টোপোলাটো খোচনাত ল'লে।

ৰাজকুমাৰীয়ে মাটিত আঁঠুকাঢ়ি তিলেশ্বৰৰ উদং ভৰিৰ পতাত গাল এখন হেঁচি ধৰি ক'লে— তুমি ভাটিৰ দেশত ভাল ছোৱালী এজনীৰ সতে সংসাৰ কৰিবা। তুমি য'তেই নাথাকা কিয়, মোৰ প্ৰেম, মোৰ প্ৰাৰ্থনা সদায়েই তোমাৰ লগত থাকিব আৰু মোৰ সতীত্বই চিৰদিন তোমাক কুশলে ৰাখিব। —ক্ষন্তেক বৈ ৰাজকুমাৰীয়ে আকৌ ক'লে সেমেকা মাতেৰে— তুমি মোৰ প্ৰাৰ্থনা এটি ৰাখিবা, তোমালোকৰ যদি কন্যা সন্তান হয়, তেনেহ'লে তাইৰ নাম চম্পা ৰাখিবা। তোমাৰ সন্তানক এদিন মোৰ দুৰ্ভাগ্যৰ কথা ক'বা। সিহঁতক ডাঙৰ হ'লে মোৰ ওচৰলৈ আহিবলৈ ক'বা। মই মোৰ গৰ্ভজাত সন্তান বুলি সিহঁতক আদৰ কৰিম, তোমাৰ প্ৰতিভূ বুলি সিহঁতক মই আঁকোৱালি ল'ম। —ৰাজকুমাৰী আকৌ কেইমুহূৰ্তমান থমকি বৈ থোকাথুকি মাতেৰে ক'লে— এতিয়া তুমি যোৱা প্ৰিয়তম, তুমি যোৱা।

ৰাজকুমাৰী চম্পাই তিলেশ্বৰৰ ভৰিৰ পতাত চুমা দি উচুপি উঠিল। তেওঁৰ কান্দোনে আনবোৰৰো চকু সেমেকাই পেলালে।

: দেউতা ব'লক, ৰজাৰ সৈন্যই পাব লাগিলে কথা বিষম হ'ব।

বোধকৰোঁ এনে অস্বস্তিকৰ পৰিবেশৰপৰা অব্যাহতি বিচা-ৰিয়েই অশ্বাৰোহী এজনে ক'লে।

: তোমালোক আগবাঢ়াচোন বন্ধুসকল, মই গৈ আছোঁ!

তিলেশ্বৰৰ নিৰ্দেশত অশ্বাৰোহীসকলে পছিম দিশলৈ ধীৰে ধীৰে আগবাঢ়িল।

: তোমালোকে অলপ আগলৈ গৈ কুঁৱৰীৰ বাবে অপেক্ষা কৰাগৈ।

তিলেশ্বৰক উদ্ধাৰ কৰা মানুহ চাৰিটাই অভিবাদন কৰি পূবলৈ আঁতৰি গ'ল। সিহঁত কিছু আঁতৰি যোৱাত তিলেশ্বৰে কোমল কণ্ঠেৰে ক'লে— কুঁৱৰী, তুমি থিয় হোৱাচোন, অনুমতি পালে মই তোমাক চুম্বন কৰিব খোজোঁ।

ৰাজকুমাৰী উঠিল। তেওঁ ভৰিৰ আঙুলিৰ মূৰত ভৰ দি তাৰ ফাললৈ তেওঁৰ পূৰ্ণচন্দ্ৰৰ নিচিনা মুখমণ্ডল আগুৱাই দি সুৰীয়া মাতেৰে ক'লে— তুমি তেনেকৈ নকবা! মোৰ দেহ, মোৰ মন, মোৰ জীৱন, যৌবন, এই সকলোবোৰ মাথোঁ তোমাৰেই!

সি তললৈ হাউলি বাঁওহাতেৰে ৰাজকুমাৰীক সাবটি ধৰি তেওঁৰ ঈষৎ মেল খোৱা ওঁঠত আকুলভাৱে চুম্বন কৰিলে। ৰাজ-কুমাৰীয়েও তাৰ ডিঙিত দুয়ো হাতেৰে সাবটি ধৰিলে।

তিলেশ্বৰহঁতৰ বাবে নৈৰ পানী, আকাশৰ জোন আৰু নিয়ৰ সেমেকা শেৱালীৰ সুবাস সনা-বতাহ একে ঠাইতে বৈ গ'ল। অৰণ্যৰ ভিতৰত ফেঁচা এজনীয়েও এক ছন্দশীল গতিৰে উকলি দিলে।

: স্বামী দেৱতা, তুমি এতিয়া যোৱা। বিদায়!

আকৌ ৰাজকুমাৰীৰ দুয়ো চকুয়েদি সৰ্ সৰ্কৈ পানী বাগৰি আহিল। জোনাকত সেই চকুলো দুধাৰ চিক্মিকাই উঠিল।

: এৰা, যাওঁ। বিদায়!

তিলেশ্বৰে ৰাজকুমাৰীক এৰি দি পোন হৈ বহিল। কিন্তু

পিছপাকতে সি ৰাজকুমাৰীক দুয়ো বাহুত ধৰি ঘোঁৰাত তুলি জোৰেৰে পছিম ফাললৈ ঘোঁৰা চেকুৰাই দিলে।

ৰাজকুমাৰী চম্ফাই পোনতে কি হ'ল নুবুজিলে। কিন্তু বুজাৰ লগে লগে তেওঁ তিলেশ্বৰক সজোৰে সাবটি ধৰিলে।

: দেৱতা মোৰ!

: হুঁ!

: আমাৰ সন্তানক আমি কেতিয়াও মন্দিৰলৈ যাবলৈ নিদিওঁ।

: এৰা নিদিওঁ, কেতিয়াও নিদিওঁ, কুঁৱৰী!

তিলেশ্বৰ আৰু ৰাজকুমাৰী চম্ফাই দুয়ো দুয়োকে সাবটি মুখত মুখ লগাই শুকুলা ঘোঁৰাৰ পিঠিত উঠি গৈ থাকিল। গৈ থাকিল। গৈয়েই থাকিল। আৰু সিহঁতক পথ দেখুৱাই আগে আগে গৈ থাকিল মহাষ্টমীৰ জোনটো! □□